# গান্ধীজী আৰু বুনিয়াদী শিক্ষা

কমলাকান্ত নাথ

॥ পৰিবেশক ॥

**লয়াৰ্ছ বুক ষ্টল**

পানবজাৰ গুৱাহাটী-১

GANDHIJI ARU BUNIADI SIKKHA : A study on Basic Education with Particular reference to Gandhi : By K. K. Nath, Principal, Basic Training centre, Marigaon,


॥ প্ৰকাশক ॥

**শ্ৰীকমলাকান্ত নাথ**

মৰিগাওঁ

॥ পৰিবেশক ॥

**লয়াৰ্চ্ছ বুক ষ্টল**

গুৱাহাটী—১

॥ প্ৰথম প্ৰকাশ ॥

আগষ্ট '৭০

মূল্য ॥ তিনি টকা

॥ মুদ্ৰক ॥

শ্ৰীদেবেন দত্তৰ দ্বাৰা

প্ৰেষক ছপাশালত মূদ্ৰিত

গুৱাহাটী-১

অৱসৰপ্ৰাপ্ত বুনিয়াদী শিক্ষাবিষয়া আৰু বৰ্ত্তমানৰ ৰাজ্যিক প্ৰাথমিক পৰিষদৰ উপ-সচিব শ্ৰদ্ধেয় শ্ৰীপ্ৰভাত চন্দ্ৰ শ্ৰুতিকৰ, বি,এ, বি,টি, মহোদয়ৰ শুভবাণী ঃ

বৰ্ত্তমান শিক্ষাৰ বুৰঞ্জীত বুনিয়াদী শিক্ষাই এচমকা ঠাই দখল কৰি আছে। বুনিয়াদী শিক্ষা সম্পৰ্কে ৰাইজৰ ধাৰণা নথকাও নহয়। বুনিয়াদী শিক্ষাৰ আলমত বাপুজীয়ে চিন্তা আৰু কামৰ মাজত এক সঙ্গতি ৰক্ষা কৰিবলৈ যত্ন কৰিছিল। দেশৰ কৰ্ণধাৰ সকলে বুনিয়াদী শিক্ষাকেই প্ৰাথমিক স্তৰৰ ছাত্ৰ-ছাত্ৰীৰ বাবে উপযুক্ত শিক্ষা বুলি বিবেচিত কৰে।

কোৱা বাহুল্য যে বুনিয়াদী শিক্ষাৰ বাহিৰে কোনো শিক্ষাৰ দৰ্শনে একেসময়তে আটাইবিলাক দৰ্শন একেখন মজিয়ালৈ চপাই আনিবলৈ সক্ষম হোৱা নাই। গান্ধী জন্মশত-বাৰ্ষিকীৰ সময়ত মৰিগাওঁ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষ শ্ৰীমান কমলাকান্ত নাথে "গান্ধীজী আৰু বুনিয়াদী শিক্ষা" নামৰ কিতাপ খনি প্ৰকাশ কৰিবৰ কাৰণে যত্ন কৰা বুলি শুনি ভাল পাইছো। লিখকৰ পৰিশ্ৰম সাৰ্থক হওক ইয়াকে কামনা কৰিলোঁ। ইতি—

চিলং
৭-৩-৭০

**শ্ৰীপ্ৰভাত চন্দ্ৰ শ্ৰুতিকৰ**

# ॥ ইয়াত আছে ॥

# গান্ধীজী আৰু বুনিয়াদী শিক্ষা

## বুনিয়াদী শিক্ষা কিয় লাগে?

বুনিয়াদী শিক্ষা সম্পৰ্কে বুজ নথকা মানুহ আমাৰ দেশত নাই বুলিয়েই কব পাৰি। এই শিক্ষাই আজি বিভিন্ন পৰীক্ষা অতিক্ৰম কৰি আহি আজি এক প্ৰশস্ত শিক্ষা পদ্ধতি বুলি পৰিগণিত হৈছেহি। দেশত বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তন হোৱা আজি প্ৰায় ৩২ বছৰেই হয়। এই সুদীৰ্ঘ কালচোৱাত বুনিয়াদী শিক্ষাৰ মূল মূল লক্ষাৰ ওপৰত বিশেষ কোনো সন্দিহানৰ ভাৱ জাগি উঠা নাই যদিও প্ৰয়োগৰ বেলিকা বিভিন্ন ৰাজ্যত বিভিন্ন ৰূপত প্ৰয়োগৰ দিহা চলিয়েই আছে। ইয়াৰ পৰা এইটো ভাৱিব নালাগিব যে একালত এই শিক্ষাৰ আৱশ্যকতা টুটি আহি চিন মোকামকে হেৰুৱাই পেলাবগৈ। যেনেকৈ খাটি সোণক যিমানেই জুইত পোৰা হয় সিমানেই তাৰ উজ্জ্বলতা প্ৰকাশ পায়—ঠিক তেনেকৈয়ে বুনিয়াদী শিক্ষাৰো আৱশ্যকতা আমাৰ দেশৰ লৰা ছোৱালীৰ কাৰণেই নহয় আজি যি বিলাক দেশত একমাত্ৰ কিতাপী শিক্ষাৰ ওপৰত গুৰুত্ব দিয়া হৈছে সেই দেশ সমূহেও এনে এটি শিক্ষা পদ্ধতিকে বাচি লবই লাগিব যদিহে শিক্ষাৰ্থীৰ সামগ্ৰিক বিকাশৰ বাবে আশু ব্যৱস্থা কৰা হয়।

ৰাজ্যিক চৰকাৰে প্ৰাথমিক স্তৰৰ লৰা ছোৱালীৰ কাৰণে বুনিয়াদী শিক্ষাকে উত্তম শিক্ষা বুলি পৰিগণিত কৰিছে। বুনিয়াদী শিক্ষা প্ৰকৃত পক্ষে কোনো নতুন শিক্ষা নহয়। এই শিক্ষা আমাৰ দেশত পুৰাকালত প্ৰচলিত হৈছিল। বৈদিক যুগৰ শিক্ষা পদ্ধতিলৈ লক্ষ্য কৰিলে দেখা যায় যে তেতিয়াৰ দিনত শিক্ষাৰ্থী বা ব্ৰহ্মচাৰী সকলৰ দেহ, মন আৰু

আত্মাৰ বিকাশ সাধনৰ কাৰণে উৎকৃষ্ট শিক্ষা প্ৰণালী উদ্ভাৱন কৰা হৈছিল। বিদ্যাৰ্থীৰ মনলৈ আত্ম প্ৰত্যয়ৰ ভাৱ সঞ্চাৰিত কৰিবৰ কাৰণে সদায়েই যে বহুমুখী পাঠ্যক্ৰমৰ আৱশ্যকতা আছে তাক কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

## বুনিয়াদী শিক্ষাৰ স্ৰষ্টিকৰ্ত্তা কোন ?

এই বুলি প্ৰশ্ন কৰিলে একে উশাহতে কব পাৰো যে "গান্ধীজীৰ অনুগ্ৰহতে যে এই শিক্ষা লাভ কৰিলো সেইটো কোনো ব্যক্তিৰে অবিদিত হৈ থকা নাই।" শিক্ষাবিদ্ হিচাবে গান্ধীজীৰ স্থান নিৰ্ণয় কৰাটো দুৰূহ হলেও কব লাগিব যে তেখেত এগৰাকী যুগজয়ী শিক্ষাবিদ্ আছিল। তেখেতৰ যাদুস্পৰ্শী ব্যক্তিত্বত বিমোহিত নোহোৱাকৈ কোনো লোক ৰব পৰা নাই। পৰাধীন ভাৰত ভূমিত ইংৰাজ শাসক বৰ্গ ই যি বিজতৰীয়া শিক্ষাৰ পাতনি মেলিলে তাৰ বীজ আজিকোপতি নিৰ্ম্মূল কৰিব পৰা নাই। ইয়াত আমি বাদানুবাদলৈ নগৈ মাত্ৰ গান্ধীজীৰ মনোৰাজ্যত পশ্চিমীয়া শিক্ষা নীতিয়ে ভাৰত ভূমিত কেনেদৰে বিকাশ লাভ কৰিছিল সেই বিষয়ে চমুকৈ আলোচনা কৰা হওঁক। এবাৰ গান্ধীজীয়ে তেতিয়াৰ দিনত প্ৰচলিত শিক্ষাৰ অনাৱশ্যকতাৰ কথা উপলব্ধি কৰি সেই শিক্ষা "তিনি আঙুলিৰ" শিক্ষা বুলিহে কৈছিল। ইয়াৰ অৰ্থ এয়ে যে শিশুৰ মনোৰাজ্যত মাত্ৰ ছিন্ন ভিনকৈ কিছুমান ঘটনাৰ প্ৰসঙ্গৰ কথা উপেক্ষা কৰি চাপ বহুৱাই দিব পৰাটোৱেই আছিল শিক্ষাৰ উদ্দেশ্য। ইয়াৰ ফলত কিমান যে প্ৰতিভা সম্পন্ন ছাত্ৰ ছাত্ৰীৰ বিকাশৰ পথ ৰুদ্ধ হৈ গ'ল তাৰ হিচাব কোনে লব? শিশু অন্তৰৰ পৰা অনুভূতি জাগ্ৰত নহলে কোনো মহৎ আদৰ্শৰ শিখা আপোনা আপুনি প্ৰজ্বলন হব নোৱাৰে এই কথা গান্ধীজীয়ে মৰ্মে মৰ্মে অনুভৱ কৰিছিল।

গান্ধীজীয়ে প্ৰকাশ্যে যেনেকৈ ৰাজনীতি, সমাজনীতি, অৰ্থ নীতি, আদি চৰ্চ্চা কৰিছিল সেইদৰে শিক্ষা সম্পৰ্কে মনোযোগ দিব পৰা

নাছিল যদিও তেখেতে জীৱনৰ প্ৰথম ছোৱাত ছেগাচোৰোকাকৈ আৰু জীৱনৰ ভাটীবয়সত বলিষ্ঠ ভাৱেই ধ্যান দিছিল। গান্ধীজীয়ে যিহতে হাত বুলাইছিল, তাতেই তেখেতে আশাতীত ফল লাভ কৰিছিল। এজনে কবৰ দৰে "বাপুৱে যিহতে হাত দিছিল তাতেই সোণ বৰষিছিল।" ( As one says "Wherever he touched he turned into gold") শিক্ষা সম্পৰ্কে দাঙি ধৰা তেখেতৰ মতবাদে দেশবাসীক আপ্লুত কৰাৰ উপৰিও বিভিন্ন দেশৰ শিক্ষা সেৱী সকলৰো মনোযোগ আকৰ্ষণ কৰিছিল আৰু সেৱাগ্ৰাম বিশ্বৰ শিক্ষাকেন্দ্ৰৰ অন্যতম্ প্ৰাণকেন্দ্ৰ হৈ জিলিকি উঠিছিল।

**হাতে কামে লাভ কৰা শিক্ষা ঃ**—আমাৰ মাজত "দেখি শিকা" বুলি একাষাৰ কথা আছে। মানুহে নিজ হাতেৰে লাৰি পিটিকি কোনো এটা বস্তুৰ বিষয়ে যেনেদৰে পৰিষ্কাৰ জ্ঞান পাব পাৰে কিতাপ পঢ়ি নাইবা অন্যে কোৱা বিৱৰণ শুনি সিমানখিনি আয়ত্ব কৰিব নোৱাৰে। এটা জাতিক মুমূৰ্ষু অৱস্থাৰ পৰা টনকিয়াল কৰি তুলিবলৈ শিক্ষাৰ অতীব প্ৰয়োজন হৈ পৰিছে। গান্ধীজীয়ে মৃত প্ৰায় ভাৰতীয় লোকৰ অন্তৰত প্ৰাণশক্তি সঞ্চাৰিত কৰিবৰ কাৰণে শিক্ষাত অগ্ৰাধিকাৰ দিছিল আৰু তাকে শিক্ষাৰ প্ৰাৰম্ভিক স্তৰতে এক উন্নত প্ৰণালীৰে শিশুসকলক আগবঢ়াই নিবৰ কাৰণে দিহা কৰিছিল। দক্ষিণ আফ্ৰিকাত থকা কালতে তেখেতে লৰা ছোৱালীক হাতে কামে শিক্ষা দিবৰ কাৰণে ব্যৱস্থা কৰিছিল আৰু নিজেও এজন পাকৈত বাঢ়ৈ হবলৈ চেষ্টা কৰিছিল। তেখেতৰ প্ৰযত্নত স্থাপিত বিদ্যালয় টলষ্টয় ফাৰ্মত শিক্ষক হিচাবে প্ৰবেশ কৰিছিল। উক্ত বিদ্যালয়ত বৌদ্ধিক শিক্ষা আৰু কামৰ মাজত যোগসূত্ৰ স্থাপন কৰি গান্ধীজীয়ে যি অনুপ্ৰেৰণা লাভ কৰিছিল তাকে মূলধন হিচাবে লৈ পৰৱৰ্ত্তী কালত তেখেতৰ মৰমৰ "হৰিজন" পত্ৰিকাত ১৯৩৭ চনৰ মাজ ভাগত লিখি প্ৰকাশ কৰে। তেখেতে লিখা পঢ়া আৰু গণনা কৰাকে শিক্ষা বুলি

কৰবলৈ টান পাইছে আৰু স্বাক্ষৰতাই শিক্ষাৰ আদিও নহয় অন্তও নহয় বুলি দৃঢ়াই কৈছে। মানুহক জ্ঞানী কৰিবৰ কাৰণে স্বাক্ষৰতাই মাত্ৰ চলাৰ পথটো কিছু উন্নত কৰি দিয়াৰ বাহিৰে আন একো নকৰে। নিৰক্ষৰ লোক সকল অজ্ঞানী বা অশিক্ষিত বুলি যদি ধৰা যায় তেন্তে আমি যিসকলৰ অনুগ্ৰহত জন্মলাভ কৰিলোঁ আৰু লালিত পালিত হৈ স্বকীয় বিবেকৰ গৰাকী হলোঁ সেই সকলক অজ্ঞানী বুলি কৈ নিজকে পণ্ডিত বোলাবলৈ গলে নিজৰ ভৰিত নিজেই কুঠাৰাঘাত কৰাৰ দৰে হব। সেই বাবেই গান্ধীজীয়ে শিক্ষাৰ উদ্দেশ্য তলত দিয়া দৰে ঠাৱৰ কৰিছিল "যি শিক্ষাৰে দেৱ শিশুৰ আৰু মানৱৰ দেহমন আৰু আত্মাৰ সামগ্ৰিক বিকাশ সাধন সম্ভৱপৰ সেয়েই প্ৰকৃত শিক্ষা।" এটা চাবিকাঠিৰে যেনেকৈ কেবাটাও পৃথক বন্ধ ঘৰৰ তলা খুলিব পৰা নহয় সেইদৰে এক-মাত্ৰ মুখস্থ বিদ্যাক সাৰোগত কৰি উপৰোক্ত মানুহৰ তিনিওটা দিশৰ সমুজ্জ্বল বিকাশ সাধন কৰাটো কোনোমতেই সম্ভৱপৰ নহয়। গতিকে বাস্তৱতাতহে জ্ঞানৰ বিকাশ সম্ভৱপৰ। আল্লাউদ্দিনৰ প্ৰদীপেৰে শিক্ষিত কৰিবলৈ প্ৰয়াস কৰা বৃথাচেষ্টা।

**ভাৰত শাসন আইন আৰু গান্ধীজী ঃ**—গান্ধীজী এজন নীৰৱ কৰ্ম্ম যোগী। তেওঁ--কথাৰ ফুলজাৰিৰে কাম কৰা ভাৱ প্ৰকাশ কৰি সময় নষ্ট কৰাতকৈ, প্ৰকৃত কামৰ অনুশীলনতহে বেচি সময় অতিবাহিত কৰিছিল। নিজকে তেওঁ অহৰ্নিশে কামত ডুবাই ৰাখিহে ভাল পাইছিল। ১৯৩৫ চনত ভাৰত চৰকাৰৰ শাসন সংস্কাৰ নীতি অনুসৰি ১৯৩৭ চনৰ জুলাই মাহত সৰ্ব্বমুঠ তেতিয়াৰ ১১খন প্ৰদেশৰ ৭খনত কংগ্ৰেছ দলৰ জয়যুক্ত হোৱাত মন্ত্ৰীসভা গঠন কৰে। ২য় মহাসমৰ আৰম্ভ হোৱাত ১৯৩৯ চনৰ শেষভাগত মন্ত্ৰীসভাই পদ ইস্তফা দিয়ে। কংগ্ৰেছ কৰ্ম্মী সকলে ভোট সংগ্ৰহৰ কাৰণে ৰাইজৰ ওচৰত যি গোহাৰি পত্ৰ দাঙি ধৰিছিল তাত প্ৰাথমিক শিক্ষাৰ দ্ৰুত বিকাশ সাধন আৰু সুৰাপান বৰ্জ্জন এই দুটা দিশত জয় যুক্ত হলে মনোযোগ

দিবলৈ কুণ্ঠাবোধ নকৰিব বুলি প্ৰতিশ্ৰুতি দিছিল। শাসন যন্ত্ৰ নিজৰ হাতলৈ অহাৰ পিচত যেতিয়া দেখিলে যে—অগণন বিদ্যালয় নিৰ্ম্মান কৰাটো যেনেকৈ—ব্যয়বহুল কাম সেইদৰে মদৰ দোকান উঠাই দিয়া মানে লাখ লাখ টকাৰ ঘাটি বাজেট তৈয়াৰ কৰাকেই সূচায়। গতিকে এই আহুকলীয়া সমস্যাৰ সমাধান বাপুৰ বাহিৰে অইনে দিব নোৱাৰিব বুলি ভাবিয়েই কংগ্ৰেছী মন্ত্ৰীসকল সেৱাগ্ৰামত লগ হৈ গান্ধীজীৰ উপদেশ হিচাবে ১৯৩৭ চনৰ জুলাই মাহত। গান্ধীজীয়ে শিক্ষা সম্পৰ্কে নীতি ঘোষণা কৰিবৰ কাৰণে ইয়াকে সোণালী সুযোগ বুলি (Golden oppartunity) ঠাৰৰ কৰি শিক্ষাৰ স্বৰূপ নিৰ্ণয় কৰিবৰ কাৰণে নিজেই ক্লান্তিহীন ভাৱে মনোনিবেশ কৰে।

১৯৩৭ চনৰে—২২ আৰু ২৩ অক্টোবৰত গান্ধীজীয়ে শিক্ষাবিদ সকলৰ এখন সন্মিলন আহুত কৰে সেৱাগ্ৰামত। উপায়ান্তৰ হৈ তেখেতে নিজেই উক্ত—সভাত সভাপতি হয় আৰু দুদিনীয়া বৈঠকৰ ৪টা বিখ্যাত প্ৰস্তাৱ গ্ৰহণ কৰি সামৰণি মাৰে।

১ম প্ৰস্তাৱত—কোৱা হয় যে সমগ্ৰ দেশৰ—লৰা-ছোৱালীৰ কৰণে প্ৰাথমিক শিক্ষাৰ পৰিসৰ—৭ বছৰ কৰি বাধ্যতামূলক আৰু বিনা মাছুলীয়া কৰা প্ৰযোজন।

২য় প্ৰস্তাৱত কোৱা হয় যে শিক্ষাৰ্থীয়ে পাঠ্যক্ৰমত থকা বিষয় সমূহ নিজ নিজ মাতৃ ভাষাৰ জৰিয়তে আয়ত্ব কৰিব পাৰিব। ওপৰ বৰ্গত সৰ্ব্বভাৰতীয় ভাষাহিচাবে মাত্ৰ হিন্দীৰ অৱতাৰণা কৰা হব। ৩য় প্ৰস্তাৱত কোৱা হয় যে—শ্ৰমৰ মৰ্য্যদা বৃদ্ধি কৰিবৰ কাৰণে এই—

শিক্ষা কোনো এটা হস্তশিল্পক কেন্দ্ৰ প্ৰদান কৰাৰ দিহা হব লাগিব। সমন্বয় শিক্ষা পদ্ধতিক সাৰোগত কৰি বিষয় শিক্ষা দিয়াৰ যুক্তি প্ৰমাণিত হয়।

৪ৰ্থ প্ৰস্তাৱত কোৱা হয়—পাৰিতপক্ষে প্ৰত্যেকখন বিদ্যালয় স্বাৱলম্বী হব লাগিব। চৰকাৰৰ ওচৰত হাত নাপাতি ৰাইজ আৰু

ছাত্ৰৰ পৰিশ্ৰমৰ দ্বাৰাই—বিদ্যালয় পৰিচালিত হব লাগিব। তাৰ পাছত আহি পৰিল পাঠ্যক্ৰম যুগুত কৰাৰ পৰ্ব্ব। উল্লিখিত মূল চাৰিটা প্ৰস্তাৱকে বুনিয়াদ স্বৰূপে লৈ এখন উৎকৃষ্ট পাঠ্যক্ৰম যুগুত কৰাৰ ভাৰ পৰে। তেতিয়াৰ জামিয়া মিলিয়া মহাবিদ্যালয়ৰ অধ্যক্ষ ডঃ জাকিৰ হুচেন আৰু খ্যাতি সম্পন্ন সমাজসেৱী স্বৰ্গীয় ই, ডব্লিও আৰ্য্যনায়কম্‌জীৰ ওপৰত। ডঃ জাকিৰ হুচেইন চাহেব পাঠ্যক্ৰম কমিটীৰ সভাপতি নিৰ্ব্বাচিত হোৱা গতিকেই পিচলৈ পাঠক্ৰম খনৰ নাম জাকিৰ হুচেইন কমিটীৰ প্ৰতিবেদন বুলি জনাজাত হয়গৈ। ১৯৩৮ চনৰ মাৰ্চ মাহত হৰিপুৰাত কংগ্ৰেছ মহাসভাৰ বছেৰেকীয়া সভা বহে, আৰু উক্ত সভাত বুনিয়াদী শিক্ষাৰ আঁচনিখন গ্ৰহণযোগ্য বুলি অধিক সংখ্যক সভ্যই মত পোষণ কৰে। কংগ্ৰেছৰ নিৰ্দ্দেশমতে বুনিয়াদী বিদ্যালয় স্থাপনৰ দিহা হৈছিল যদিও বুনিয়াদী শিক্ষাৰ প্ৰসাৰতাৰ বাটত ভালেমান অন্তৰায় দেখা দিয়ে। তাৰ ভিতৰত কংগ্ৰেছী চৰকাৰ পতন, চৰকাৰী নীতিৰ সাল-সলনিয়েই প্ৰধান অন্তৰায় হৈ দেখা দিয়ে। পাঠক্ৰমখন কম দিনৰ ভিতৰতে প্ৰস্তুত কৰি দিবৰ কাৰণে গান্ধীজীৰ পৰা নিৰ্দ্দেশ পোৱাত সূতা কটা আৰু বয়ণ শিল্পৰ মাধ্যমত প্ৰথম অৱস্থাত যিমান বিলাক বিষয়ৰ সমন্বয় ঘটাব পাৰি তাৰ বিস্তৃত বিৱৰণ দাঙি ধৰে। ডঃ জাকিৰ হুচেইন চাহাবে দীঘলীয়াকৈ সময় পোৱা হলে বৰ্ত্তমানৰ বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰমখন আৰু চমৎকাৰ কৰি দেশবাসীৰ হাতত দিব পাৰিলেহেঁতেন বুলি শিক্ষাবিদ সকলে কোৱাকুই কৰে।

**হিন্দুস্থানী তালিমী সঙ্ঘ গঠন** ঃ—হৰিপুৰা কংগ্ৰেছ অধিবেশনতে হিন্দুস্থানী তালিমী সংঘ গঠনৰ প্ৰস্তাৱ গৃহীত হয়। এই সমিতিৰ কাৰ্য্যালয় সেৱাগ্ৰাম হব বুলি কোৱা হয় আৰু মূলতঃ সংঘই দুটা দিশত মনোযোগ দিব। সেয়ে হ'ল—১নং বুনিয়াদী বিদ্যালয়ৰ শিক্ষক আৰু পৰিদৰ্শকৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰা আৰু আনটো হ'ল—

পুস্তক যুগুত কৰি বিতৰণ কৰা। ইং ১৯৩৯ চনৰ এপ্ৰিল মাহত উক্ত সংঘ স্থাপিত কৰা হয়। হিন্দুস্থানী তালিমী সংঘৰ বুনিয়াদী শিক্ষা সম্প্ৰসাৰণত অৰিহণা সৰ্বাধিক বুলি কব পাৰি। বুনিয়াদী যেতিয়ালৈকে পৰীক্ষামূলক হিচাবে বিবেচিত হৈছিল তেতিয়ালৈকে তালিমী সংঘ সজীৱ অৱস্থাত আছিল আৰু যিদিনাৰ পৰা প্ৰাথমিক শিক্ষাক চৰকাৰী নীতিৰে বুনিয়াদী শিক্ষা হিচাবে পৰিগণিত কৰা হ'ল, সেই সময়ৰ পৰাই তালিমী সঙ্ঘৰ শক্তি হ্ৰাস পাই আহিবলৈ ধৰিলে।

গান্ধীজীৰ মৃত্যুৰ পিচত সেৱাগ্ৰামৰ বস্তি নুমাই যোৱা নাছিল যদিও গান্ধীজীৰ প্ৰিয় শিষ্য সকলে ভূদান আন্দোলনত জপিয়াই পৰাত আগৰদৰে শিক্ষাত মনোনিবেশ কৰিবলৈ সময় নোপোৱাত তালিমী সঙ্ঘৰ আগৰ আভা ম্লান পৰি আছে। শিক্ষা ইতিহাসৰ ছাত্ৰই জানে যে কেন্দ্ৰীয় শিক্ষামন্ত্ৰী দপ্তৰক শিক্ষা সম্পৰ্কে দিহা পৰামৰ্শ আগবঢ়াবৰ কাৰণে এখন কেন্দ্ৰীয় শিক্ষা উপদেষ্টা আয়োগ চলিত শতিকাৰ ৩য় দহকত গঠিত হৈছিল। এই উপদেষ্টা সমিতিৰ তৰফৰ পৰা বুনিয়াদী শিক্ষা গ্ৰহণযোগ্য হয়নে নহয় সেইটো পৰীক্ষাৰ ভাৰ পৰিল তেতিয়াৰ বোম্বাই প্ৰদেশৰ প্ৰধান মন্ত্ৰী স্বৰ্গীয় বি, ছি, খেৰৰ গাত। খেৰ চাহাবে পাঠ্যক্ৰম খন খৰচি মাৰি চাই গ্ৰহণযোগ্য বুলি পুণৰ অভিমত দিয়ে। অৱশ্যে দুই চাৰিটা সংসোধনীও তেখেতে দাঙি ধৰে! তলত তাৰ চমুকৈ আলোচনা কৰা হ'ল।

১। আগতে নিৰ্দ্ধাৰিত কৰা ৭ বছৰীয়া বুনিয়াদী শিক্ষাৰ পৰিসৰ বৃদ্ধি কৰি ৮ বছৰীয়া কৰা নহলে দেশত স্থাপিত হোৱা বিদ্যালয়ৰ লগত খাপ-খুৱাব পৰা নহয়। গতিকে বুনিয়াদী শিক্ষাৰ পৰিসৰ ৮ বছৰ কৰি উচ্চ আৰু নিম্ন ২টা শাখাত বিভক্ত হব। ১ম বৰ্গৰ পৰা ৫ম বৰ্গৰ ব্যৱস্থা থকা বিদ্যালয় বিলাক নিম্ন বুনিয়াদী বিদ্যালয়, ১ম বৰ্গৰ পৰা ৮ম·বৰ্গ লৈকে শিক্ষা দিয়া বিদ্যালয় সমূহক উচ্চ বুনিয়াদী বিদ্যালয় হিচাবে ধৰা হব।

২। স্বাৱলম্বনৰ দিশটো অতি কটকটীয়া বিধৰ নকৰি পৰ্য্যায়ক্ৰমেহে গুৰুত্ব দিব লাগে বুলি কমিটীয়ে পৰামৰ্শ আগবঢ়ায়।

৩। বিদ্যাৰ্থীয়ে নিজ মাতৃভাষাৰ উপৰিও হিন্দী অধ্যয়ন কৰিব লাগিব। দেৱ নাগেৰী আৰু উৰ্দ্দু এই দুয়োটা ভাষাত ব্যৱহৃত হোৱা লিপি ব্যৱহাৰ কৰিবৰ কাৰণে সুবিধা পাব লাগিব।

৪। বুনিয়াদী শিক্ষাৰ জৰিয়তে গাওঁ অঞ্চলৈ শিক্ষাৰ পোহৰ বিলাব নোৱাৰিলে অন্য ব্যৱস্থাৰে সম্ভৱ নহব বুলি ধৰা হয় আৰু সেয়ে এই শিক্ষা প্ৰথম অৱস্থাত গাওঁ অঞ্চলত প্ৰদান কৰাৰ ব্যৱস্থা লবলৈ পৰামৰ্শ দিয়ে। তাৰোপৰি একোটা শিক্ষাৰ বেষ্টনি গঠন কৰি সেই বেষ্টনিৰ ভিতৰত পৰা আটাইবিলাক প্ৰাথমিক বিদ্যালয় বুনিয়াদীলৈ ৰূপান্তৰ ঘটাব লাগিব। পিচলৈ কোনো কোনো লোকে খেৰ চাহাবৰ এই যুক্তিৰ যথাৰ্থতা বিচাৰি নাপাই উগ্ৰভাৱে সমালোচনা কৰিবলৈ ধৰে। লম্বমান ভিত্তিত বুনিয়াদী শিক্ষাৰ পাতনি মেলাৰ কাৰণেই এই শিক্ষাই গা কৰি উঠিব পৰা নাছিল বুলি শ্ৰীৰামচন্দ্ৰমজীয়ে কবলৈ বাধ্য হয়।

৫। বুনিয়াদী শিক্ষাত ধৰাবন্ধা নিয়মমতে পৰীক্ষা লোৱা নহব। পৰীক্ষা পাৰ্য্যমানে আভ্যন্তৰীণ স্তৰতে সীমাবদ্ধ থাকিব আৰু নিজ নিজ বিদ্যালয়ৰ শিক্ষকে শিক্ষাৰ্থীক মূল্যাংকণ কৰি উচ্চ খাপলৈ পঠাব পাৰিব। ইয়াৰ পৰাও সমাজত এটা ভুৱা প্ৰচাৰ হবলৈ আৰম্ভ হ'ল যে বুনিয়াদী শিক্ষাত কি কিতাপ, কি পৰীক্ষা, কি বিষয় জ্ঞান, একোৱেই দৰকাৰ নহয়।

খেৰ কমিটীৰ পৰামৰ্শৱলী বাস্তৱত ৰূপায়িত হবলৈ নৌ পাওঁতেই ২য় মহাসমৰ ইউৰোপত জ্বলি উঠিলে আৰু সেই ফিৰিঙটীয়ে ভাৰতবৰ্ষত প্ৰতিস্থাপিত হোৱা কংগ্ৰেছী চৰকাৰৰ বুনিয়াদো কঁপাই তুলিলে। জাতীয় চৰকাৰ পতন হোৱাৰ লগে লগেই বুনিয়াদী শিক্ষাৰো সমাপ্তি ঘটিবৰ উপক্ৰম হয়। মাত্ৰ বোম্বাই আৰু বিহাৰত কোনোমতে কেইখনমান বুনিয়াদী বিদ্যালয় জীয়াই ৰাখিবলৈ সমৰ্থবান হয়।

১৯৪৬ চনত ভাৰতবৰ্ষত অন্তৰ্ৱৰ্ত্তী চৰকাৰ গঠন হোৱাৰপৰা পুনৰ বুনিয়াদী শিক্ষাই সঞ্জীৱীত হবলৈ সুবিধা পায়। অসম, বিহাৰ, বোম্বাই, মধ্যপ্ৰদেশ, মাদ্ৰাজ, উৰিষ্যা আৰু উঃ পঃ সীমান্ত প্ৰদেশত বুনিয়াদী

বিদ্যালয় স্থাপনৰ আশু ব্যৱস্থা লোৱা হয়। স্বাধীনতাৰ অন্তত বুনিয়াদী শিক্ষা জাতীয় শিক্ষা হিচাবে পৰিগণিত হয়। ১৯৫৫ চনত মাদ্ৰাজৰ আৱাদীত অনুস্থিত হোৱা কংগ্ৰেছ মহাসভাত বুনিয়াদী শিক্ষা গ্ৰহণ কৰিবৰ কাৰণে পণ্ডিত নেহেৰুৱে নিজেই এক প্ৰস্তাৱ যুগুত কৰাৰ কথা সকলোৱেই জানে। আমাৰ অসমত ১৯৫৫ চনতে বুনিয়াদী শিক্ষা আইন বলবৎ কৰি ব্যাপক আকাঁৰত এই শিক্ষা প্ৰদান কৰাৰ ব্যৱস্থা চৰকাৰী খণ্ডত লোৱা হয়।

অবুনিয়াদী বিদ্যালয় সমূহক বুনিয়াদীলৈ ৰূপান্তৰ ঘটোৱাত অসুবিধা নথকাহলে বুনিয়াদী আৰু অবুনিয়াদীৰ মাজত ইমান ডাঙৰ ব্যৱধান নৰ'লহেঁতেন। আগতেই কৈ অহা হৈছে যে বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তন হোৱা ভালেমান বছৰ হ'ল যদিও এই শিক্ষাৰ গতি অতি মন্থৰ বিধৰ আছিল। ১৯৬০-৬১ চনৰ সৰ্বভাৰতীয় শিক্ষা জৰিপৰ পৰা জনা যায় যে তেতিয়াৰ সৰ্বমুঠ প্ৰাথমিক বিদ্যালয়ৰ সংখ্যা আছিল—৩৪৯৫২৫ খন আৰু তাৰে ভিতৰত মাত্ৰ ৩৮৩৭১ খন অৰ্থাৎ সমস্ত বিদ্যালয়ৰ অতি ক্ষুদ্ৰাংশ এটা অৰ্থাৎ শতকৰা ১১ খন বিদ্যালয়হে বুনিয়াদী কৰিব পৰা হৈছিল। এই শামুকীয়া গতিৰে আগ বাঢ়ি যাবলৈ হলে দেশৰ সকলো বিদ্যালয় বুনিয়াদী হৈ উঠিবলৈ অতিকমেও ৩৫ বছৰ কাল লাগিব। অৱশ্যে নতুন কৈ স্থাপিত হোৱা আটাইবিলাক বিদ্যালয়েই যিহেতু অবুনিয়াদী হিচাবে গঠিত হব। তেতিয়া অবুনিয়াদী বিদ্যালয়ৰ সংখ্যা হ্ৰাস কৰাৰ প্ৰশ্নৰ সমাধান বিচাৰি পোৱা টান হবগৈ। গতিকে অচিৰে আটাইবিলাক প্ৰাথমিক বিদ্যালয়ত বুনিয়াদী শিক্ষাৰ আদৰ-কায়দা পেলাবৰ কাৰণে পৰৱৰ্ত্তী সময়ত চৰকাৰে ব্যৱস্থা হাতত লয়। ফলত সকলো বিদ্যালয়তে বুনিয়াদী শিক্ষাৰ প্ৰধান আভাস কেইটা সদৰী কৰিবৰ কাৰণে বিস্তৰ প্ৰস্তুতি চলে নৱৰূপ দান আঁচনিৰ জৰিয়তে।

প্ৰাক্ স্বাধীনতাৰ কালত যি সকলে বুনিয়াদী শিক্ষা সজীৱ কৰি ৰাখিবৰ কাৰণে প্ৰযত্ন কৰিছিল সেই সকলৰ ভিতৰত হিন্দুস্থানী তালিমী সঙ্ঘৰ কৰ্ম্মীবৃন্দৰ ত্যাগ কোনেও পাহৰিব নোৱাৰে। ১৯৪১ চনত

উড়িষ্যা চৰকাৰে যেতিয়া বুনিয়াদী শিক্ষা বন্ধ কৰি দিয়ে তেতিয়া সেই-ৰাজ্যৰ বুনিয়াদা শিক্ষাৰ সচিব শ্ৰীগোপবন্ধু চৌধুৰীয়ে ৰাইজৰ সহযোগত কেনেকৈ বুনিয়াদী বিদ্যালয় বন্ধ নোহোৱাকৈ ৰাখিলে সেইয়া এক বিস্ময়কৰ কাহিনী। পুনাত বহা সৰ্ব্বভাৰতীয় বুনিয়াদী শিক্ষা অভিবৰ্ত্তনে ২য় মহাসমৰ বিভীষিকালৈ আওকাণ কৰি বুনিয়াদী শিক্ষাকে চলাই যাবৰ কাৰণে যি সংকল্প গ্ৰহণ কৰিছিল তাক পাহৰিলে নহব। বুনিয়াদী শিক্ষাৰ ভেটি গজ্‌গজীয়া কৰিবৰ কাৰণে প্ৰথম অৱস্থাত আমাৰ ৰাজ্যতো কৰ্মীসকলে অশেষ কষ্ট স্বীকাৰ কৰিব লগাত পৰিছিল। ইতিমধ্যে আমাৰ মাজৰ পৰা ভালেমান বুনিয়াদী কৰ্মীয়ে মেলানি লৈছে। প্ৰাক্তন শিক্ষামন্ত্ৰী, পদ্মশ্ৰী উপাধীৰে বিভূষিত শ্ৰীঅমিয় কুমাৰ দাস, প্ৰখ্যাত সৰ্ব্বোদয় কৰ্মী শ্ৰদ্ধেয়া অমল প্ৰভা দাস, ৰাজকুমাৰ শ্ৰীসুৰেশ্বৰ গোঁহাই আৰু শ্ৰীপ্ৰভাত চন্দ্ৰ শ্ৰুতিকৰৰ অৱদান উল্লেখনীয়। স্বৰ্গীয় হৰেশ্বৰ শৰ্ম্মা আৰু স্বৰ্গীযা এলেন গিৰিৰ বুনিয়াদী শিক্ষাৰ প্ৰতি থকা অনুকম্পা বুনিয়াদী শিক্ষাৰ কৰ্মীবৃন্দই কেতিয়াও পাহৰিব নোৱাৰে।

ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰী দপ্তৰে ১৯৫৬ চনত প্ৰকাশ কৰি উলিওৱা "বুনিয়াদী শিক্ষাৰ হাত পুথি" এখনি উৎকৃষ্ট পুস্তক। "বুনিযাদী শিক্ষাৰ পাঠ্যক্ৰম" আৰু "নৱৰূপ দান শিক্ষাৰ প্ৰতিবেদন" দুয়োখন পুস্তক কেন্দ্ৰীয় প্ৰকাশন পাৰিষদে যুগুত কৰি পঢ়িবৰ সুবিধা দিয়াত বুনিয়াদী শিক্ষাত ব্ৰতী থকা লোক সকল বাৰুকৈয়ে উপকৃত হৈছে। ছাৰ্জেণ্ট কমিটীয়ে বুনিয়াদী শিক্ষাৰ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰি গৈছে। মাধ্যমিক শিক্ষা আয়োগ আৰু ১৯৬৪ চনত গঠিত হোৱা কোঠাৰী আয়োগে বুনিয়াদী শিক্ষাৰ প্ৰয়োজনীয়তাৰ কথা দোহাৰিছে। গতিকে শিক্ষাৰ বুনিয়াদ গঠন কৰিবৰ কাৰণে আগলৈও বুনিয়াদী শিক্ষাই হব মূল উৎস। অৱশ্যে শিক্ষা ব্যৱস্থাত কোনো ধৰণৰ গোৰামিক প্ৰশ্ৰয় নিদি স্থান-কাল-পাত্ৰ অনুসৰি বুনিয়াদী শিক্ষাৰ প্ৰয়োগৰ নীতি পৃথক হলেও এই শিক্ষাৰ কোনো ক্ষেত্ৰতে অঙ্গক্ষত নহয়। নেফাৰ

বুনিয়াদী বিদ্যালয়ত যি বিলাক উদ্যোগ নিৰ্বাচন কৰা হৈছে সেইবিলাকৰ পৰাই তাৰ প্ৰশাসনে **“নেফা বেচিক”** নাম দিছে। সেইদৰেই আনৰ পৰা ধাৰ কৰি অনা শিক্ষানীতিক আখৰে আখৰে পালন কৰি থকাতকৈ আমিও আমাৰ বিদ্যালযৰ স্বৰূপ সমাজৰ অনুকূলে পোনাই নিয়া উচিত। আৰু এনে কৰিলেহে সমাজে শিক্ষা আচনি নিজৰ বুলি আকোঁৱালি লব।

—×—

# দাৰ্শনিক মতবাদৰ পৰিপ্ৰেক্ষিতত বুনিয়াদী শিক্ষা

বুনিয়াদী শিক্ষা গান্ধীজীৰ এক চৰম আবিষ্কাৰ। শিক্ষাজগতলৈ গান্ধীজীৰ আগমন ভোটা তৰাৰ দৰে চিৰ সেউজ উল্কাৰদৰে ঘপহকৰে ওলাই তেখেতে কিবা এটা দিবৰ কাৰণে প্ৰচেষ্টা কৰা নাছিল। সেয়েহে বাপুজীয়ে জীৱিত কালতেই অতিমানৱ হিচাবে পৰিগণিত হৈছিল—আৰু মৃত্যুৱে তেখেতক আৰু মহৎ কৰি তুলিলে। বৰ্ত্তমান শতিকাৰ বিশ্বৰ শ্ৰেষ্ঠ মনীষী হ'ল গান্ধীজী। গান্ধীজীৰ জীৱন দৰ্শন ইমান নিকা আছিল যে তাত সন্দেহৰ ঠাই বিচাৰি পোৱা টান। বিখ্যাত চিন্তাশীল আৰু বৈজ্ঞানিক আইনষ্টাইনে গান্ধীজীৰ বিষযে যি কৈছে সেইয়া হ'ল নিৰ্ঘাত সত্য কথা। আমাৰ ভাৱী বংশধৰ সকলে বিশ্বাস কৰিবলৈ বাৰুকৈয়ে টান পাব যে তেজ মঙহেৰে গঠিত এনে এজন মানুহে এদিনাখন এইখন ধৰাৰ বুকুত বিচৰণ কৰি এক সত্য উদঘাটন কৰি বিশ্ববাসীক ধ্বংসৰ পৰা ৰক্ষা কৰি গ'ল।

গান্ধীজী সত্যৰ পূজাৰী অহিংসাৰ প্ৰতীক। সত্য উদঘাটনৰ কাৰণে গান্ধীজীয়ে অহৰহ শ্ৰম কৰি জীৱন পাত কৰিলে। সত্যৰ সেৱক সকলেই হ'ল একো একোজন দাৰ্শনিক। দাৰ্শনিকে উকা বাতাবৰণ সৃষ্টি

কৰি ক্ষান্ত নাথাকে—থাকে গূঢ় সত্ত্বেদৰ অন্বেষণত। গান্ধীজীয়ে যদিও নিজে কোনো দর্শন সৃষ্টি কৰা নাই তথাপিও তেখেতৰ জীৱনেই এক দর্শন হিচাবে গঢ় লৈ গান্ধীবাদ হিচাবে জনাজাত হয়। উৎকৃষ্ট দর্শনৰ মূল আধাৰ যেনেকৈ সৎচিৎ আৰু আনন্দৰ ওপৰত প্রতিষ্ঠিত ঠিক সেইদৰে গান্ধী দর্শনো সত্য আৰু অহিংসাৰ ওপৰত সু-প্রতিষ্ঠিত।

শিক্ষাৰ লগত দর্শনৰ সম্বন্ধে এৰাব নোৱাৰা বিধৰ। দর্শন বিহীন শিক্ষা পঙ্গু। দর্শন হ'ল শিক্ষাৰ গুৰি বঠা। দর্শনৰ নিজা গৱেষণাগাৰ নাই। বিদ্যালয় সমূহতে চিন্তাশীল ব্যক্তিৰ পুষ্ট অভিমত প্রকট নকৰিলে বিকল্প ব্যৱস্থাৰে সমাধান কৰাটো অসম্ভৱ। বিদ্যালয়লৈ অহা অৱগতিৰ ভাৱ ধুইপখালি নিকা কৰিবৰ কাৰণেও দার্শনিকৰ মতবাদ উপেক্ষা কৰিব নোৱাৰি। গতিকে দর্শন আৰু শিক্ষা একোটা মুদ্রাৰ দুটা ফাল। দুয়োৰে উৎসভূমি এক। ইয়াৰ পৰা এইটো স্পষ্টকৈ ওলাই পৰে যে সকলো শিক্ষাৰ পৰিপ্রেক্ষিতত একোটি দার্শনিক মতবাদে বিদ্যমান হৈ আছে। উদ্দেশ্যবিহীন ভাৱে কোনেও শিক্ষালয় স্থাপন কৰা নাই—আৰু বিদ্যার্থীৰো লক্ষ্য নথকাকৈ শিক্ষা আৰম্ভ কৰা হোৱা নাই।

যি সকলে বুনিয়াদী শিক্ষাৰ প্রকৃত স্বৰূপ বুজিব পৰিছে সেই সকলে জানে যে বুনিয়াদীশিক্ষা অন্যান্য শিক্ষাৰ যেই সেই দর্শনক কেন্দ্র কৰি গঢ়ি উঠা নাই। দার্শনিকৰ দৃষ্টিত বুনিয়াদী শিক্ষা আটাইতকৈ শুদ্ধ শিক্ষা পদ্ধতি বুলি ঘপহকৰে ওলাই পৰে। ইয়াত পক্ষপাতিত্বৰ ভাৱ ক'তো নাই আৰু পার্যমানে শিক্ষা দর্শনৰ তিনিওটা মতবাদৰ সমন্বয় ঘটাবলৈ যত্ন কৰা হৈছে। কৰবাত মূৰে মূৰে খুন্দা মৰাৰ ভয় এই শিক্ষাত নাই। বুনিয়াদী শিক্ষাৰ লক্ষ্য অতি সুদূৰ প্রসাৰী। শিক্ষার্থীক প্রকৃত মানুহ নামৰ যোগ্য কৰাই হ'ল বুনিয়াদী শিক্ষাৰ উদ্দেশ্য। শিক্ষাদর্শনৰ ভিতৰত আদর্শবাদেই ( Idealism ) হ'ল আটাইতকৈ পুৰণি দর্শন। বুনিয়াদী শিক্ষাৰ লক্ষ্য দুটা। এটাক প্রাৰম্ভিক লক্ষ্য বুলি কোৱা হয়—আনটোক চৰম লক্ষ্য বুলি কোৱা হয়। প্রাৰম্ভিক লক্ষ্যৰ দ্বাৰা ব্যক্তি আৰু সমাজক স্বাৱলম্বী কৰিবলৈ প্রযত্ন কৰা হৈছে আৰু মানুহৰ শ্রেষ্ঠত্ব বিকাশকে

চৰম লক্ষ্যৰ শাৰীত ধৰা হৈছে। নির্বান লাভ বা চিৰমুক্তি পুৰাকালৰ চিন্তাধাৰা হলেও মানৱাত্মাই সীমিত পৰিবেশত থাকিও অসীমলৈ ধাবিত হোৱাটো কি চিৰন্তন সত্য কথা বুলি গান্ধীজীয়ে উপলব্ধি কৰিছিল। নম্রতা, সাধুতা, সহিষ্ণুতা, শালিনতা আদি অতীৱ প্রয়োজনীয় বুলি গান্ধীজীয়ে ভাৱিছিল।

আদর্শবাদক স্বকীয় আসন দিবলৈ যি সকল মনীষীয়ে সাহ কৰিছিল সেই সকলৰ ভিতৰত প্রাচীন গ্রীচ দেশত দার্শনিক পণ্ডিত চক্রেটিছ অগ্রজ। কোনো কোনোৱে চক্রেটিচকে আদর্শবাদ দর্শনৰ সৃষ্টি কর্ত্তা বুলি কব খোজে। যীশু খৃষ্টও আন এগৰাকী আদর্শবাদৰ পূজাৰী আছিল। যিশুৰ দৰে আদর্শবাদী মহাপুৰুষ জগততে বিৰল। জার্মান দেশৰ দার্শনিক পণ্ডিত ফ্রয়েবেলো এগৰাকী আদর্শবাদৰ পূজাৰী আছিল। গান্ধীজীও আছিল এগৰাকী যুগজয়ী আদর্শবাদী পুৰুষ। গান্ধীজীৰ চিন্তাধাৰা ইমানেই গভীৰ আৰু বিশাল আছিল যে তেখেতে নিজৰ জীৱনটোকেই বাণী বুলি এবাৰ কৈছিল। আজি বিজ্ঞানৰ প্রয়োভৰ পূৰাদমে চলিছে যদিও মানুহে আত্মাৰ কথা প্রচাৰ কৰিবলৈ এৰা নাই। আৰু এৰিব—নোৱাৰেও।

আদর্শবাদ এক পুৰণি দর্শন হলেও শিক্ষাব্যৱস্থাত এই দর্শনক সদৰী কৰে কমেনিয়াচে। (১৫৯২—১৬৭০) কমেনিয়াচ্ আছিল পাশ্চাত্য দেশৰ এগৰাকী অম্লান শিক্ষাবিদ্। চাক্ষুচ দৃষ্টিত ধৰা নপৰা জগতৰ সন্তেদ যি জ্ঞানে দিবলৈ সক্ষম হয় তাকে আদর্শবাদী দর্শন বুলি কোৱা হয়। শিক্ষালয়ৰ পাঠ্যক্রমত ধর্মশিক্ষা, সাহিত্য, কলাকৃষ্টি, সঙ্গীত সাধনা আদিৰ বিষয়ৰ ওপৰত অগ্রাধিকাৰ যিমানেই দিয়া হব সিমানেই মানুহৰ অন্তৰত থকা অনুভূতি বিলাকৰ বিকাশ সাধন হব। বুনিয়াদী শিক্ষাত ধর্মশিক্ষা দিয়াৰ ব্যৱস্থা নাই যদিও ধর্মৰ তুলনামূলক ভাৱ বৃদ্ধি কৰা হয়। কলাকৃষ্টি, সঙ্গীত আদি বিষয় বুনিয়াদী শিক্ষাৰ পাঠ্যক্রমৰ ভিতৰুৱা কৰা হৈছে।

গান্ধীজীয়ে কৈছিল যে যেতিয়ালৈকে মানৱাত্মাক শক্তিশালী কৰিব

পৰা নহয় তেতিয়ালৈকে শিক্ষাও সম্পূৰ্ণ নহয়। শিক্ষাৰ্থীৰ মনলৈ আত্ম-প্ৰত্যয়ৰ ভাৱ সঞ্চাৰিত কৰিবৰ বাবেই উদ্যোগ শিক্ষাৰ ব্যৱস্থা কৰা হৈছে। আত্মবিশ্বাস নজন্মিলে মানুহে কোনো ক্ষেত্ৰতে উন্নতি লাভ কৰিব নোৱাৰে। আদৰ্শবাদী পুৰুষৰ কাৰণে আত্মবিশ্বাসৰ কিমান প্ৰয়োজন সেইয়া গান্ধীজীৰ জীৱনতে ফুটি ওলাইছিল। অৱশ্যে বুনিয়াদী শিক্ষা একমাত্ৰ আদৰ্শবাদৰ ওপৰতে জীপ লৈ বিকাশৰ বাটত অগ্ৰসৰ হৈছে বুলি ধৰিলে ডাঙৰ ভুল কৰা হব। আগতে উল্লেখ কৰি অহা হৈছে যে বুনিয়াদী শিক্ষাৰ উদ্দেশ্য হ'ল এক সুমহান আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত। এতিয়া আমি এই উদ্দেশ্যত সফলতাৰে উপনীত হবৰ কাৰণে কি শিক্ষা দানৰ পদ্ধতি লম সেইটো বিচাৰ কৰি চোৱা ভাল হব। সকলোৱেই কিছুপৰিমানে জানে যে বুনিয়াদী শিক্ষাৰ পদ্ধতি হ'ল— শিশু কেন্দ্ৰীক। বুনিয়াদী শিক্ষাত শিশুৱে প্ৰকৃত স্থান লাভ কৰিছে। এই শিক্ষাত শিশুক অৱজ্ঞা কৰা হোৱা নাই। শিশুকেন্দ্ৰীক বুনিয়াদী শিক্ষাই—শিক্ষাদানৰ কাৰণে এক উপযুক্ত পদ্ধতি নিৰ্দ্ধাৰণ কৰিছে। চমুকৈ ইয়াকে কব পাৰি যে ইয়েই স্থিতি বিষয়ক দৰ্শন। ইংৰাজীত ইয়াৰ নাম দিয়া হৈছে "নেছাৰেলিজিম"।

নেছাৰেলিজিমে অলৌকিক ভাৱধাৰাৰ প্ৰতি সম্পূৰ্ণ অবিশ্বাস কৰে। বৈজ্ঞানিক দৃষ্টিৰে যিবিলাক বিষয় পৰীক্ষা কৰিব পাৰি সেইবিলাককে মুলতঃ নেছাৰেলিজিমৰ অন্তৰ্গত বিষয় বুলি গণ্য কৰা হয়। আনকি মানৱমন যিমান বিলাক উপাদানৰ দ্বাৰা গঠিত হৈছে তাকো বাস্তৱ সভাতাৰ দৃষ্টিৰে চাইহে এই দৰ্শনৰ ভিতৰুৱা কৰি লোৱা হৈছে। বুনিয়াদী শিক্ষাৰ ওপৰত এই দৰ্শনৰ আচোৰ নপৰাকৈ থকা নাই। আদৰ্শবাদৰ জন্মদাতা যেনেকৈ চক্ৰেটিচ, সেইদৰে প্ৰকৃতিবাদ দৰ্শনৰ জন্মদাতা হ'ল "এৰিষ্টোটেল"। মধ্যযুগত যেতিয়া ৰজাৰ তলতীয়া মানুহ অতিষ্ঠ হৈ পৰিছিল তেতিয়া এই দৰ্শনে মানুহৰ মন আকৃষ্ট কৰিবলৈ আৰম্ভ কৰে। ৰুচ' (Roussean) একাধাৰে শিক্ষাবিদ আৰু সমাজসংস্কাৰক ব্যক্তি। শিক্ষা সম্পৰ্কে ৰুচ'ই 'এমিল' (Emile) নামৰ

এখন মূল্যবান পুস্তক লিখে। এই কিতাপত ৰু'চই শিক্ষাদানৰ উপযুক্ত পদ্ধতি কেনে হোৱা দৰকাৰ তাৰ এখন ছবি দাঙি ধৰিছে। কৃত্রিমতাই যে জীৱন নহয—এই কথা ৰু'চই ভালদৰে বুজি পাইছিল। শিক্ষালযৰ পৰা কৃত্রিম পৰিবেশ নিৰ্ম্মূল কৰিবৰ কাৰণে ৰু'চই আপ্রাণ চেষ্টা কৰিছিল। যিদৰে পিচৰ বছৰবিলাকত জন ডিউযীৰ নেতৃত্বত কৰা হৈছিল সুদূৰ আমেৰিকাত। ৰুচ' আৰু ডিউযীৰ আহিৰে আমাৰ দেশতো বিদ্যালযত উপযুক্ত বাতাবৰণ সৃষ্টি কৰিবৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল ভাৰতমাতৃৰ সুযোগ্য সন্তান গান্ধী আৰু ৰবীন্দ্রনাথ ঠাকুৰে। ৰুচ'ৰ অনুগামী সকলৰ ভিতৰত অধ্যাপক নান, বার্নাডশ্চ, ৰাছেল, ষ্টেন্লি হ'ল, পেষ্টালজা আৰু হাবাটৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

ৰুচ'ৰ শিক্ষা পদ্ধতি যি আহিৰে নিযন্ত্রিত কৰা হৈছিল বুনিযাদী শিক্ষাৰ পদ্ধতিও বৰ্ত্তমান সমযত সেই আহিৰেই পৰিচালিত হৈছে। ইযাৰ পৰা এইটো কথা বুজাবলৈ চেষ্টা কৰা হোৱা নাই যে গান্ধীজীযে ৰুচ'ৰ 'এমিল'খন পঢ়ি বুনিযাদী শিক্ষাৰ পদ্ধতি নিৰ্ণয কৰিছিল। গান্ধীজীৰ ব্যক্তিগত সচিব মহাদেৱ দেশাই দেৱে কৈছিল যে গান্ধীজীযে ৰুচ'ৰ এমিল পঢ়াৰ কথা দূৰতে থাওক—আনকি সেই কিতাপখনৰ নামকে শুনা নাছিল। তথাপিও এই দুগৰাকী শিক্ষাবিদৰ ভিতৰত এনেদৰে মিল হোৱাটো এক বিস্ময়কৰ কথা। ৰুচ'ই যেনেকৈ আক্ষৰিক শিক্ষাৰ ওপৰত গুৰুত্ব দিযা নাই সেইদৰে গান্ধীযেও দিযা নাই। ৰুচ'ই লিখি থৈ গৈছে—"Do as much as possible of your teaching by doing, and fall back on words only when doing is out of question." হাতে কামে শিকাবলৈ যত্ন কৰক—আৰু যেতিয়া কোনো কৰ্ম্মই সহাযক নহয তেতিয়াহে শিশুক কিতাপৰ সহায় লৈ শিকাওক। ৰুচ'ৰ দৰে গান্ধীজীযেও লিখি থৈ গৈছে যে আখৰৰ লগত চিনাকি হোৱাটোকে শিক্ষা বোলা নহয়। মাংসপেশীৰ সঞ্চালন বিনে প্রকৃত শিক্ষা লাভ হব নোৱাৰে বুলি গান্ধীজীয়ে উল্লেখ কৰিছে।

শিশুৰ প্ৰকৃতি অনুসৰণ কৰি শিক্ষা দিয়াটো যে অতি শুদ্ধ পদ্ধতি সেই বিষয়ে দ্বিধা থাকিব নোৱাৰে। গান্ধীজীৰ মতে অফুৰন্ত প্ৰাণ প্ৰাচুৰ্য্যৰে ভৰা শিশু সকলক সজীৱ বিদ্যালয়ত শিকোৱাৰ দিহা হব লাগে। বন্দীশালত থকা কয়েদীৰ দৰে বিদ্যালয়ত যদি শিক্ষাৰ্থীয়ে জীয়াতু ভোগ কৰিব লাগে, তেনেহলে তাৰ পৰিণাম যে অচিৰে বেয়া হব তাক বহলাই কবৰ প্ৰয়োজন নহয়। তৰাং শিক্ষাৰ দৰ্শনে কয় "চেকনিৰ মূৰতহে বিদ্যা"—এইষাৰ কথাত পতিয়ন যাব নোৱাৰি। শিশুৰ মনস্তাত্বিক অধ্যয়ন কৰিলে পোৱা যায় যে শিশু সকল প্ৰায়ে চঞ্চল। সিহঁতে খেল ধেমালি কৰি হে ভাল পায়। শিক্ষাৰ আৱশ্যকতা ভবিষ্যৎ জীৱনৰ কাৰণে কিমান সিহঁতে সৰু কালত বুজি নাপায়। গতিকে আনন্দদায়ক পৰিবেশ সৃষ্টি নকৰাকৈ শিকাবলৈ যোৱা মানেই সিহঁতৰ মনত কষ্ট দিয়া।

বৰ্ত্তমান সময়ত শিক্ষালয়লৈ যিমান স্বাধীনতা আহিছে সেই পৰিমানৰ স্বাধীনতাই আগৰ যুগত ভুমুকি মাৰিব পৰা নাছিল। সাম্প্ৰতিক এই দিশতো বিদ্যালয়ত টনকীয়াল কৰিছে উল্লিখিত শিক্ষা দৰ্শনে। পৰৱৰ্ত্তী কালত অধিকতৰ স্বাধীনতা বিদ্যালয়ে যে পাবহি সেই বিষয়ে নিশ্চিত হব পাৰি। প্ৰবৃত্তিগত শিক্ষাদৰ্শনে যোৱা ১০০ বছৰৰ ভিতৰত অনেক আটকধুনীয়া শিক্ষা দানৰ কৌশল উদ্ভাৱন কৰিছে। 'খেলাৰ জৰিয়তে শিক্ষা' প্ৰজেক্ট পদ্ধতি কমপ্লেক্স পদ্ধতি, সমস্যা সমাধানৰ পদ্ধতি, মণ্টেছৰী পদ্ধতি, সমন্বয় পদ্ধতি, হিউৰেষ্টিক পদ্ধতি আদি য'ত আধুনিক শিক্ষাদানৰ পদ্ধতি আছে সেই সকলোবিলাক পদ্ধতি মূলতঃ শিশুৰ প্ৰবৃত্তিগত দৰ্শনৰ পৰিপ্ৰেক্ষিততে ঠাৱৰ কৰা হৈছে। মুঠৰ ওপৰত ওৱাৰ্দ্ধা পদ্ধতি শিশু শিক্ষাৰ কাৰণে এক চমৎকাৰ পৰিকল্পনা।

Pragmatism in Education—"শিক্ষাৰ ব্যৱহাৰিক ফালটো কোনখিনিত? বৰ্ত্তমান সময়ত শিক্ষাৰ ওপৰত আৰু এটা দৰ্শনৰ ছাঁ পৰিছে। অৱশ্যে এই চিন্তাবাদৰ জন্মহোৱা বৰ বেছি দিন হোৱা নাই।

আমেৰিকাতে ইযাৰ জন্ম হয আৰু সন্ধ্যহতে এই দৰ্শনৰ নাম ইংৰাজীত প্ৰেগ্‌মেটিজিম্ বুলি কোৱা হয। প্ৰেগ্‌মেটিজিমৰ ভাঙণি কৰিলে দাৰ্শনিক মত পোৱা নাযায যদিও শিক্ষাৰ্থীযে নিজে জীৱনৰ সমস্যাৱলী সমাধান কৰিবৰ বাবণে যিখিনি বাস্তৱ অভিজ্ঞতাৰ দৰকাৰ হয সেইখিনি আযত্ব কৰাকেই বুজায। ই শিক্ষাৰ পদ্ধতিৰ লেখত ধৰিবলগীযা চিন্তা যদিও দাৰ্শনিক তত্ব সম্বলিত নোহোৱাকৈও থকা নাই। প্ৰযুক্তি বিদ্যাও এই দৰ্শনৰ অন্তৰ্গত।

সমাজ ব্যৱস্থা জটিলতৰ হৈ অহাৰ লগে লগেই শিক্ষাৰো ব্যৱহাৰিক ফালটোৰ সম্যক বিকাশ লাভ হোৱাটো উচিত বুলি শিক্ষাবিদ সকলে কব খোজে। আমেৰিকাত ৬ জন ডিউযা চাহাবে যোৱা শতিকাৰ মাজ ভাগত জন্ম গ্ৰহণ কৰি শিক্ষা জগতলৈ এক নতুন জাগৰণ আনি দিযে। বৰ্ত্তমান সময়ত এই জাগৰণৰ ঢৌৱে সকলো দেশৰ শিক্ষা ব্যৱস্থাত নতুন ভাৱধাৰাৰ পোহৰ পেলাইছে। বুনিযাদী শিক্ষা কোনো এক সময়ৰ কাৰণে গ্ৰহণ যোগ্য শিক্ষা নহয। শিক্ষালযলৈ যাতে কোনো প্ৰকাৰৰ মলিনতা প্ৰবেশ কৰিব নোৱাৰে তাৰ কাৰণেই গান্ধীজীৰ দ্বাৰা প্ৰবৰ্ত্তিত বুনিযাদী শিক্ষা ব্যৱস্থা হাতত লৈছে। ব্যক্তি আৰু সমাজৰ অহিত সাধিবৰ কাৰণে বুনিযাদী শিক্ষাৰ সৃষ্টি কৰা হোৱা নাই। ব্যক্তিৰ জ্ঞানৰ সুসঙ্গত আৰু সম্মিলিত বিকাশৰ কাৰণে বুনিযাদী শিক্ষাৰ দৰ্শনে ইঙ্গিত দিযে। সমাজৰ চাহিদা পূৰণ কৰিবৰ কাৰণে শিক্ষাৰ অতীব প্ৰযোজন হয বুলি যি সকল শিক্ষাবিদে ঠাৱৰ কৰিছে সেই সকলে শিক্ষালয কেতিযাও আৰামদাযক উদ্যান বুলি গণ্য কৰা নাই। শিক্ষালযতে শিশুৱে দেশ গঢ়াৰ পথ বিচাৰি পাব লাগিব। শিক্ষালযত আনন্দ পৰিবেশৰ সৃষ্টি কৰি অতি কঠোৰ বিষযো আহৰণ কৰিব লাগিব। শিক্ষাৰ্থীৰ মনোবাজালৈ শুদ্ধ ভাৱৰ বীজ অঙ্কুৰিত হবৰ কাৰণে পুস্তকগত বিদ্যাৰ উপৰিও নতুন দিনৰ সমল নিজে আহৰণ কৰি যাব লাগিব। এই কাম সু-সম্পাদিত কৰিবৰ কাৰণে বাল্যকালৰ পৰিসৰ বৃদ্ধি কৰা হৈছে। ইংৰাজীত ইযাকে Prolongation of infancy বুলি কোৱা হয়।

শিক্ষাৰ ব্যৱহাৰিক নীতি স্থান-কাল-পাত্ৰ ভেদে বিভিন্ন প্ৰকাৰৰ হয়। গতিকে বিদ্যালয় সমূহ একে ধৰ্ম্মী হোৱাৰ যুক্তি-যুক্ততা থাকিব নোৱাৰে।

বুনিয়াদী বিদ্যালয়ৰ উদ্যোগ নিৰ্ব্বাচন কৰোঁতে স্থানীয় সামাজিক পৰিবেশৰ কথা চিন্তা কৰিহে লোৱা হয়। সমাজৰ পৰা স্বীকৃতি নোপোৱা উদ্যোগ বাচি ললে বিদ্যালয় আৰু ওচৰ সমাজৰ মাজত উন্নত বুজা পৰা হব নোৱাৰে। আমেৰিকাৰ ডিউয়ী চাহাবৰ নেতৃত্বতে বিদ্যালয়ত শিশুক কিছুমান ঘৰুৱা কৌশল শিকাবৰ কাৰণে ব্যৱস্থা কৰা হৈছিল। এই নীতিত নিগাজী হিচাবে কোনো ভাৱ বৰ্ত্তি থকাৰ সম্ভাৱনা নাই। ৰুবিয়ে কোৱাৰ দৰে নতুনে পুৰণিক শোধন কৰিহে সমাজ ব্যৱস্থা উন্নত কৰিছে। জোৰ কৰি পুৰণিক জীয়াই ৰাখিবৰ অভিপ্ৰায় কেতিয়াও শুদ্ধ নহয় বুলি প্ৰেগ্‌মেটিজিমত বিশ্বাস থকা লোক সকলে কব খোজে। বৰ বেছি দূৰলৈ নগৈ গান্ধীজীৰ কথালৈকে চালেই এই সিদ্ধান্ত সজীৱ বুলি ধাৰণা হব। বাপুৱে সত্যক প্ৰকৃত ৰূপত উপলব্ধি কৰিবৰ কাৰণে অবিৰাম চেষ্টা চলাইছিল আৰু সেইবাবেই নিজৰ আত্মজীৱনীখনৰ নাম "মোৰ সত্য অন্বেষণৰ কাহিনী" বুলি নামকৰণ কৰি থৈ গৈছে। এই সত্য আনৰ দ্বাৰা আবিস্কৃত হোৱাতকৈ শিক্ষাৰ্থীয়ে নিজে উদ্‌ঘাটন কৰিবলৈ চেষ্টা কৰিলেহে আচল লক্ষ্যত উপনীত হব পাৰিব। বুনিয়াদী বিদ্যালয়ত ছাত্ৰই কাম বন নিজে কৰি তাৰ পৰা যি অভিজ্ঞতা লাভ কৰিব তাকে মূলধন হিচাবে লৈ জ্ঞানৰ পৰিধি বহলাবৰ সুবিধা পায়। বুনিয়াদী শিক্ষাত যি দৰে শিশুৰ জীৱনত নিজস্ব চিন্তাৰ গজালি মেলিবৰ কাৰণে সুবিধা আছে তেনে ধৰণৰ সুবিধা; পৰাধীন ভাৰতত ছাত্ৰই নাপাইছিল। বুনিয়াদী শিক্ষাই বৰ্ত্তমান শিক্ষা জগতলৈ একা প্ৰত্যাহ্বান জনাইছে এই বুলিয়েই যে এই শিক্ষা শুছিতাৰ শিক্ষা এই শিক্ষাত আছে শ্ৰমৰ মৰ্য্যদাভাৱ আৰু আছে সত্য উদ্‌ঘাটনৰ বিস্তৃত পৰিবেশ।

বুনিয়াদী শিক্ষাত সন্নিবিষ্ট কৰা হৈছে গীতাৰ কৰ্ম যোগ। জ্ঞান

আৰু কৰ্মক মানুহৰ বুকু আৰু পিঠিৰ দৰেই অঙ্গাঙ্গি বুলি ধৰা হৈছে। কৰ্মক বাদ দি জ্ঞানৰ পৰিধি বঢ়াই গলেও জগতৰ মঙ্গল হ'ব নোৱাৰে বুলি গান্ধীজীয়ে বুজি পাইছিল। আন হাতেদি একমাত্ৰ কৰ্মক সাৰটি লৈয়ো মানুহে জীৱনৰ সোৱাদ পাব নোৱাৰে। পাঠ্যক্ৰমত এই দুয়োটা দিশৰ সমন্বয় সাধন কৰিবৰ কাৰণে প্ৰাচীন গ্ৰীচত চিন্তা কৰা হৈছিল। পিচে সংযোগৰ বেলিকা তেতিয়াৰ দিনত অসুবিধা আহি পৰিছিল। গান্ধীজীৰ দৃঢ় বিশ্বাসৰ ওপৰত ভৰসা কৰি বুনিয়াদী বিদ্যালয়ত কাম আৰু কিতাপী শিক্ষাৰ মাজত অভিন্ন সম্বন্ধ স্থাপন কৰা হৈছে। শিক্ষা বুৰঞ্জীত এনেধৰণৰ সমন্বয় অতি বিৰল বুলি কলেও অত্যুক্তি কৰা নহয়।

গান্ধীজী আৰু ডিউয়ী দুযোটা গোলাৰ্দ্ধৰ সমসাময়িক যুগৰ দুগৰাকী বিখ্যাত ব্যক্তি। গান্ধীজীয়ে ডিউয়ীৰ চিন্তা ধাৰা হৃদয়ঙ্গম্ কৰিছিল আৰু সেইদৰে কৰিছিল ডিউয়ীয়ে গান্ধীজীৰ বিষয়ে। 'হাতে-কামে' লাভ কৰা শিক্ষাৰ—উপকাৰীতা দুয়োগৰাকী আদৰ্শ কৰ্ম্ম যোগীয়ে মৰ্ম্মে মৰ্ম্মে অনুভৱ কৰিছিল। গান্ধীজীৰ অনুগামী বুজন পৰিমাণৰ হোৱা কাৰণে বুনিয়াদী শিক্ষাই—প্ৰসাৰতা লাভ কৰিবলৈ—সক্ষম হ'ল। ডিউয়ীৰ অনুগামী তাকৰীয়া হোৱাত আমেৰিকাত যিখন 'ব্যৱহাৰিক বিদ্যালয়' প্ৰতিস্থা কৰিছিল—অৱশেষত বন্ধ কৰি দিবলৈ বাধ্য হয়। অৱশ্যে ডিউয়ীৰ স্পষ্ট মতবাদ ক্ৰমে সদৰী হৈ পৰি দুনিয়াৰ শিক্ষালয়ত এক—ফল প্ৰসূ বিপ্লৱৰ সূচনা কৰিছে। অনাগত দিনৰ শিশুসকলে এই মতবাদত দীক্ষিত নহলে—জীৱিকাৰ পথ হেৰুৱাই—পেলাব লাগিব।

গান্ধীজীৰ বিষয়ে যিমানেই—আলোচনা কৰা হয় সিমানেই তেখেতৰ মহত্ব প্ৰকাশ পায়। এজন মানুহৰ গাত চিন্তা শক্তি আৰু প্ৰযুক্তি জ্ঞানৰ ইমান প্ৰচণ্ডতা থকাটো অসম্ভৱ যেন লাগিলেও হৃদয় সংযমী গান্ধীজীৰ শৰীৰত এইবিলাক ফলিওৱা একো আচৰিত নহয়। শিক্ষা দৰ্শনৰ চিৰ সেউজ তত্ব সমূহ বুনিয়াদী শিক্ষাত এনেদৰে সন্নিবিষ্ট কৰা হৈছে যাৰ তুলনা অন্য শিক্ষা ব্যৱস্থাত নহয়। উল্লিখিত তিনিওটা

দাৰ্শনিক মতবাদে এনে নিয়াৰীকৈ বুনিয়াদী শিক্ষাৰ দিক্ নিৰ্ণয় কৰিছে য'ত বিভ্ৰাট ঘটিবৰ অকণো অৱকাশ নাই। গান্ধীবাদী লোক কেতিয়াওঁ সংকীৰ্ণমনা হব নোৱাৰে—। বিশ্বৰ সকলো লোক বিশেষকৈ মেহনতী শ্ৰেণীৰ আপোনজন বুলি বিবেচিত কৰা হয়—আৰু আটায়ে দেহে-কেহে বিশ্ববাসীৰ প্ৰকৃত উন্নতিৰ কথাহে চিন্তা কৰে-য'ত ধ্বনিত হৈ উঠে 'জয়-জগত' মন্ত্ৰ।

—x—

# বুনিয়াদী শিক্ষাৰ তত্ত্ব

প্ৰাথমিক স্তৰৰ কাৰণে বুনিয়াদী শিক্ষাকেই বৰ্ত্তমান সময়ত জাতীয় শিক্ষা বুলি গ্ৰহণ কৰা হৈছে। বুনিয়াদী শিক্ষাৰ আচনিত জাতীয় শিক্ষাৰ আটাই কেইটা বৈশিষ্ট থকা দেখিবলৈ পোৱা যায়। এই শিক্ষাই ভাৰতীয় জন-গনৰ ভৱিষ্যত উত্তৰাধিকাৰী সকলৰ জীৱনৰ বুনিয়াদী দৃঢ় কৰিবৰ কাৰণে আহোপুৰুষাৰ্থ কৰিছে। জাতীয় শিক্ষা আচনি হিচাবে এই শিক্ষাক স্বীকৃতি দিয়াৰ ১ম কাৰণ হ'ল এই যে দেশৰ সমগ্ৰ প্ৰাথমিক স্তৰৰ শিশুৰ কাৰণে যি শিক্ষা পদ্ধতি গ্ৰহণ কৰা হ'ল, তাৰ স্থান অধিকাৰ কৰিলে বুনিযাদী শিক্ষাই। শিক্ষাৰ্থীৰ উত্তৰোত্তৰ উন্নতি বৃদ্ধি কৰিবৰ কাৰণে বুনিয়াদী শিক্ষাত আছে যথেষ্ট সমল। বুনিয়াদী বিদ্যালয়ৰ পাঠ্যক্ৰম ৰবৰ সদৃশ। আৱশ্যক অনুযায়ী ন ন বিষয় আৰু হস্ত শিল্প পাঠ্যক্ৰমৰ ভিতৰুৱা কৰি লোৱাত বিশেষ অসুবিধা নাই। গতিকে এই শিক্ষাই জাতীয় শিক্ষা নহৈ অন্য শিক্ষা হবই নোৱাৰে। বুনিয়াদী শিক্ষাৰ ভাৱধাৰা মূলতঃ জাতীয় দৃষ্টি ভঙ্গীৰ পৰি প্ৰেক্ষিতত গঠিত হৈছে। সেই বাবে এই কালৰ পৰাও বুনিয়াদী শিক্ষাই প্ৰাধান্যতা পাবই লাগিব।

শিক্ষা সম্পৰ্কে গান্ধীজীৰ ধাৰনা আছিল স্ফটিকৰ দৰে স্বচ্ছ। তেখেতে বুনিয়াদী শিক্ষাৰ পৰিসৰ অতি ব্যাপক কৰিবৰ কাৰনেও চাইছিল। প্ৰাক বুনিয়াদীৰ পৰা আৰম্ভ কৰি বুনিয়াদী শিক্ষাৰ আনটো সীমা সামাজিক শিক্ষালৈকে সামৰি এক নিখুঁত শিক্ষা দেশত প্ৰৱৰ্ত্তন কৰিবৰ ইচ্ছা বাপুজীৰ আছিল। কিন্তু বিভিন্ন সমস্যাই জুমুৰি দি ধৰাত বুনিয়াদী শিক্ষা আচনিৰ পৰা বাকী অংশ হ্ৰাস কৰি ৮ বছৰীয়া শিক্ষা বাধ্যতামূলক আৰু সৃজনাত্মক কৰিবৰ কাৰণে ব্যৱস্থা হাতত লোৱা হয়। প্ৰথম অৱস্থাত পৰাধীন ভাৰতত পৰীক্ষামূলক এক নীতি হিচাবে বুনিয়াদী শিক্ষা উৎকৃষ্ট দাৰ্শনিক মতবাদ সাপেক্ষে ৰচিত হোৱা এক অভিনৱ শিক্ষা। প্ৰাথমিক স্তৰৰ লৰা ছোৱালীৰ কাৰণে এই শিক্ষাই হ'ল উদ্দেশ্যধৰ্মী শিক্ষা। বুনিয়াদী শিক্ষাৰ উদ্দেশ্য অতি মহান। শিশুৱে ঠুনুক্ ঠানাক মাতেৰে প্ৰথমতে ক, খ শিকিবলৈ আৰম্ভ কৰাৰ আগতেই কোনো মনোগ্ৰাহী কামত ব্যস্ত থাকি যি অভিজ্ঞতা সঞ্চয় কৰিবলৈ আৰম্ভ কৰিব সেয়ে হব শিশুটিৰ আত্ম প্ৰত্যয়ৰ বুনিয়াদ।

শিক্ষা জগতলৈ বুনিয়াদী শিক্ষাই এক নতুন ভাৱধাৰা সঞ্চাৰ কৰে। গান্ধীজীৰ গঠনমূলক কামবোৰৰ লিষ্টিখন আলোচনা কৰিলে দেখা যায় যে তেখেতে কোনো ধৰনৰ উপৰ গধুৰ ( Top heavy ) কাম বাচি লোৱা নাছিল। ভাৰতবৰ্ষত বিশ্ববিদ্যালয়ে কেনে ভূমিকা গ্ৰহণ কৰা উচিত সেইলৈ গান্ধীজীয়ে বাদানুবাদলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰা নাছিল। কৰিছিল স্কুলীয়া শিক্ষাত থকা কেৰোন বিলাক নিৰ্মূল কৰিবলৈহে। স্কুলীয়া শিক্ষা বোলোতে হাইস্কুলীয়া শিক্ষাৰ অন্তৰ্গত যি বিলাক বিষয় আছে ইংৰাজীক বাদে সেই বিলাকক বুনিয়াদী শিক্ষাৰ অন্তৰ্ভূক্ত কৰি পাঠ্যক্ৰম যুগুত কৰিবলৈ গান্ধীজীয়ে পৰামৰ্শ আগবঢ়াইছিল। ১৯৩৭ চনৰ অক্টোবৰ মাহৰ ২২ আৰু ২৩ তাৰিখে সেৱাগ্ৰামত যি খন শিক্ষাবিদৰ সন্মিলনী হৈছিল তাত ৪টা প্ৰস্তাৱ সৰ্বসন্মতি ক্ৰমে গৃহীত হয় আৰু উক্ত প্ৰস্তাৱ কেইটাক অৱলম্বন কৰি বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰম প্ৰস্তুত কৰা হয়। গতিকে যাক মূল ভেঁটি কৰি

পাঠ্যক্ৰম খন সৃষ্টি হ'ল। সেই কেইটাই হ'ল—বুনিয়াদী শিক্ষাৰ ঘাই তত্ব।

## বুনিয়াদী শিক্ষাৰ তত্ব কেইটা ঃ

১ নং তত্ব—সাৰ্বজনীন বাধ্যতামূলক আৰু বিনা মাচুলীয়া ৮ বছৰীয়া শিক্ষাৰ ব্যৱস্থা।

২ নং তত্ব—মাতৃভাষাক শিক্ষাৰ বাহন স্বৰূপ কৰা।

৩ নং তত্ব—হস্তশিল্পক মাধ্যম কৰি সমন্বয় পদ্ধতিৰে শিকোৱাৰ ব্যৱস্থা।

৪ নং তত্ব—স্বাৱলম্বনৰ শিক্ষা।

মূল ৪টা তত্বৰ উপৰিও তলত দিয়া তত্ব কেইটা লিষ্টিভূক্ত কৰা হৈছে ঃ

১ নং—প্ৰৌঢ় শিক্ষা।

২ নং—শুচিতাৰ শিক্ষা।

৩ নং—স্বদেশী আৰু সংস্কাৰ পূৰ্ণ শিক্ষা।

৪ নং—মান্যতাৰ শিক্ষা।

উল্লিখিতি তত্ব সমূহৰ যথাৰ্থতা নিৰ্ণয় নকৰিলে তত্ব সম্পৰ্কে নিখুঁত ধাৰণা পোৱা নহব। গতিকে প্ৰত্যেকটো তত্ব তলত দিয়া দৰে বিচাৰ কৰিব পাৰি।

## বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ আৱশ্যকতা ঃ

প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰিবৰ বাৰণে ১৯০৬ চনতে তেতিযাৰ স্বাধীন ৰাজ্য বৰোদাৰ মহাৰাজে গুণাগঠা কৰে। ১৯১০ চনৰ পৰা ১৯১৩ চনৰ ভিতৰত বিদগ্ধ তাৰ্কিক আৰু বিখ্যাত নেতা গোপাল কৃষ্ণ গোখলে প্ৰাথমিক শিক্ষা আইনত বাধ্যতামূলক কৰিবৰ কাৰণে বিল উত্থাপন কৰিছিল কিন্তু বিল গৃহীত কোনো এবাৰতে কৰিব মোৱাৰি অতি আক্ষেপত কৈছিল যে—"যি কোনো উপায়েৰে লৰা ছোৱালীক শিক্ষিত কৰিবই লাগিব।" ১৯২১ চনত যেতিয়া ভাৰত শাসন ব্যৱস্থাৰ কিছু

সালসলনি ঘটাই শিক্ষা দপ্তৰলৈ ভাৰতীয় মন্ত্ৰীৰ অধিনলৈ অনা হ'ল তেতিয়া দেশীয় শিক্ষাৰ কৰ্ণধাৰ সকলে গোখলেৰ পৰাজয়ৰ গ্লানি মষিমূৰ কৰিবৰ কাৰণেই বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইন ভাৰতৰ আটাই-কেইখন প্ৰদেশতে গৃহীত কৰে। বিল গৃহীত হ'ল হয়—কামত অগ্ৰসৰ হব নোৱাৰিলে লোকেলবোৰ্ডৰ জৰিয়তে শিক্ষাৰ এই আউলীয়া সমস্যাৰ সমাধান কৰিবলৈ ওলোৱাৰ কাৰণেই। গান্ধীজীয়ে প্ৰাথমিক শিক্ষাৰ ঘাই কেৰোন ক'ত আছিল বুজি পাইছিল। প্ৰাথমিক শিক্ষাৰ পৰিসৰ এখোপ বৃদ্ধি কৰি এক পূৰ্ণাঙ্গ প্ৰাথমিক শিক্ষা বাধ্যতামূলক হিচাবে প্ৰদান কৰিবৰ বাবে গান্ধীজীয়ে উপদেশ আগবঢ়াই আৰু শেষত বাস্তৱত ৰূপায়িত হয়। নিৰক্ষৰতা আৰু অজ্ঞতা প্ৰায় একে শাৰীত পৰা কাৰণেই আজি পিচপৰা দেশ বিলাকৰ পৰা নিৰক্ষৰতা নিৰ্মূল কৰিবৰ কাৰণে বিস্তৰ প্ৰস্তুতি চলিছে। ৰাষ্ট্ৰসংঘৰ ভূমিকা বিশেষ ভাৱে শলাগিব লগীয়া কিয়নো এই সংস্থাৰ পৰা ইতিমধ্যে ভালে মান দেশে অৰ্থ সাহাৰ্য্যও আদায় কৰিছে।

## মাতৃ ভাষাৰ ওপৰত গুৰুত্ব ঃ

শিক্ষাৰ বাহান বিদ্যাথীৰ নিজ মাতৃভাষা কিয় হোৱা উচিত সেই বিষয়ে বহলাই আলোচনা কৰাটো নিস্প্ৰয়োজন। উপজিয়েই শিশুৱে যি মাত শুনে সেয়েই হ'ল তাৰ মাতৃভাষা। অৰ্থাৎ শিশু যি পৰিবেশত লালিত পালিত হয় সেই সমাজৰ মাত কথা আপোনা আপুনি আয়ত্ব কৰি পেলায়। ইংৰাজ শাসক শ্ৰেণীয়ে ভাৰতীয় ভাষা সমূহক একেবাৰেই উপেক্ষা কৰি ইংৰাজী—ভাষাটো একমাত্ৰ আদালতৰ ভাষা হিচাবেই ঠাৱৰ কৰিছিল এনে নহয়—শিক্ষালয়তো ছাত্ৰই অতিকম বয়সৰ পৰাই বিদেশী ভাষাত ধ্যান দিব লগীয়াত পৰিছিল। ভাৰতৰ বিভিন্ন প্ৰান্তত যি বিলাক ভাষা পুৰুষানুক্ৰমে ব্যৱহৃত হৈছিল সেইবিলাক ভাষা সাধাৰণতে অশিক্ষিত লোকৰ মনৰ ভাৱ প্ৰকাশৰ বহন স্বৰূপ হোৱাত

একালত চহকী এই ভাষাবিলাক মৃত প্ৰায় অৱস্থাত পৰিব লগীয়া হয়। গান্ধীজীয়ে মাতৃভাষাক এনেদৰে লাঞ্চিত কৰাটো সহ্য কৰিব পৰা নাছিল। বুনিয়াদী শিক্ষাত মাতৃভাষা পাঠ্যক্ৰমৰ বিশেষ ভাষা হিচাবে গন্য কৰা হোৱা নাই। মাতৃভাষাৰ জৰিয়তে শিশুৱে আটাই বিলাক শিকিবলগীয়া বিষয়ৰ জ্ঞান পাব লাগিব। সৰ্বভাৰতীয় ভাষা হিচাবে সৰ্বোচ্চ মৰ্য্যদা পোৱা ভাষা হ'ল—হিন্দী। গতিকে বুনিয়াদী শিক্ষালয়ত ওপৰ বৰ্গত ছাত্ৰ ছাত্ৰীক হিন্দী শিকোৱাৰ ব্যৱস্থা কৰা হয়। ইংৰাজী ভাষাৰ স্থান গান্ধীজীৰমতে তৃতীয় শাৰীত হব লাগে। ইংৰাজী ভাষাৰ উপৰিও আমাৰ লৰাই ফৰাচী, জাৰ্ম্মানী, ৰুচ যা, জাপানী, চীনা আদি বিদেশী ভাষা পাৰ্যমানে শিকা ভাল। ইংৰাজী ভাষাই কেতিয়াও "ভাষা সম্ৰাট"ৰ স্থান পাব নোৱাৰে।

## কৰ্ম্মকেন্দ্ৰিক শিক্ষা ঃ

কৰ্ম্ম বিবৰ্জিত শিক্ষা কেতিয়াও প্ৰকৃত শিক্ষা হব নোৱাৰে। বিতাপী শিক্ষাৰ ওপৰত যোৱা দুশ বছৰ ধৰি আখৰা কৰা গতিকেহে আজি আমি শিক্ষিত হৈও দুৰ্খায়া—পেটে ভাতে খাই বৈ জ যাই থকা ৰ ৰাস্তা বিচাৰি নোপোৱা লেৰেলা চেপেটা ভাৰতীয়। পুথিগত শিক্ষাৰে দেশৰ পৰা দৈন্যতা আতঁৰ কৰিব পৰা কোনোমতে সম্ভৱপৰ নহয়। বশ্বৰ দৰবাৰত বৰ্ত্তমান সময়ত যি বিলাক দেশে বুকু ফিন্দাই ফুৰিবলৈ সাহস কৰিছে সেই বিলাক দেশৰ বাসিন্দা কেতিয়াও শ্ৰম বিমুখ নহয়। বুনিয়াদী শিক্ষা হ'ল শ্ৰমৰ জৰিযতে আয়ত্ব কৰা এক প্ৰশস্ত শিক্ষা। শ্ৰম বা মেহনতী কৰা লোক কেতিযাও দ্বিতীয় খাপৰ হব নোৱাৰে। বুনিযাদী শিক্ষা কোনো এটা হস্ত শিল্প বা কুটীৰ শিল্পৰ জৰিয়তে পোৱা শিক্ষা। কাম কৰিবলৈ শিক্ষাৰ পৰা দুই প্ৰকাৰে আমাৰ লাভ হয়। শিশুৱে কিতাপত একেৰাহে মনোযোগ দি থাকিব নোৱাৰে। গতিকে মনোযোগ আকৰ্ষণ আৰু ঘনীভূত কৰিবৰ কাৰণেও কামৰ প্ৰয়োজন হয়। দ্বিতীয়তে কাম

বন শিকিলে মানুহ আত্মনিৰ্ভৰশীল হবলৈ উদগণি পায়। তৃতীয়তে প্ৰসঙ্গ ৰক্ষা কৰি শিশুৰ শিক্ষা আৰম্ভ কৰাটো শুদ্ধ পদ্ধতি বুলি পণ্ডিত সকলে কব খোজে। বুনিযাদী শিক্ষাই দেশৰ পৰা অলসতা আৰু আলস্য দূৰ কৰিবৰ কাৰণে যত্ন কৰিছে। এই শিক্ষাৰ দ্বাৰাই মৰহা যোৱা ভাৰতৰ কুটীৰ শিল্পৰ পুনৰুত্থান কিছু পৰিমাণে সম্ভৱপৰ হব। শিক্ষাৰ প্ৰাৰম্ভিক স্তৰতেই শিশুক এই দৰে তজবৰ্জীযা কৰি নুতুলিলে পৰৱৰ্ত্তী কালত কোনো মতেই কষ্ট সহিষ্ণু কৰিব পৰা নহব। শ্ৰম-নিষ্ঠ লোক কেতিযাও দ্বিতীয় শ্ৰেণীৰ লোক নহয। বুনিযাদী শিক্ষাই কামৰ শিক্ষা দি নিম্ন স্তৰৰ মানুহ তৈয়াৰ কৰিবলৈ প্ৰযাস কৰিছে বুলি ভবাৰ অৰ্থ নাই।

## স্বাৱলম্বন শিক্ষা ঃ

স্বাৱলম্বন বুনিযাদী শিক্ষাৰ এক উল্লেখযোগ্য নীতি। শিক্ষা ক্ষেত্ৰত শিশুক আৰ্থিক দিশত আংশিক পৰিমাণে স্বাৱলম্বী কৰি তুলিবৰ কাৰণে ব্যৱস্থা ৰখাটো একো বেযা কাম নহয। পৰাধীন ভাৰতৰ কথা বাদেই আজিও আমি শিক্ষাৰ প্ৰকৃত লক্ষ্যাত উপনীত হব পৰা নাই। আমাৰ শিক্ষাই শিশুক আত্মনিৰ্ভৰশীল কৰি তুলিব পৰা নাই। চাকৰি নকৰিলে এই শিক্ষাৰ আৱশ্যকতা কোন খিনিত আছে কোৱাই টান। আনৰ অনুগ্ৰহ প্ৰাৰ্থী কৰাটো আছিল একালত ভাৰতীয শিক্ষাৰ উদ্দেশ্য। গান্ধীজীয়ে আত্মসম্মান হেৰুৱাই জীৱিকা নিৰ্বাহ কৰা নিযমটোৰ পৰিসমাপ্তি ঘটাবৰ কাৰণেই বুনিযাদী শিক্ষাত স্বাৱলম্বন নীতি সদৰী কৰে। বুনিযাদী বিদ্যালয একালত পূৰামাত্ৰাই স্বাৱলম্বী কৰি তোলাৰ যি দৃঢ় নীতি মানি লোৱা হৈছিল আজি সেই নীতি অনেক পৰি-মাণে শিথিল কৰি দিযা হৈছে যদিও স্বাৱলম্বন এক মৌলিক নীতি হিচাবেই গণ্য হৈ থাকিব। ভাৰতীয সংবিধানৰ ঘোষিত নীতি অনুযায়ী প্ৰাথমিক শিক্ষা সাৰ্ব্বজনীন হব লাগিব আৰু এই শিক্ষা সম্প্ৰসাৰণৰ বাবে

লাগতিয়াল সকলো ধন চৰকাৰে বহন কৰিব লাগিব। এতিয়া বিদ্যালয় স্বাৱলম্বী কৰিবৰ বাবে শিশুৱে পৰিশ্ৰম কৰিবৰ আৱশ্যক নকৰে যদিও নিজে কেনেকৈ আত্মনিৰ্ভৰশীল হব পাৰিব তাৰ প্ৰকৃত অনুশীলন অৰ্হনিশে হবই লাগিব। শিক্ষা সাংকৰি অন্যফালে যদি চাকৰি নাইবা ব্যৱসায় বাণিজ্য কৰিবৰ সুবিধা লাভ কৰে তেনেহলে বুনিয়াদী বিদ্যালয়ত অভ্যাস কৰা কামৰ প্ৰকৃত ফল হাতে হাতে নাপালেও সমাজত কাম কৰা লোক সকলৰ প্ৰতি অনুকম্পা অপকট ভাৱে প্ৰদৰ্শন কৰিবলৈ অচিৰে শিকিব। যদিহে অন্য কোনো ঠাইত নিজকে সংস্থাপিত কৰিব নোৱাৰে তেনেহলে লব্ধ অভিজ্ঞতাকে সাৰোগত কৰি নিজৰ ভৰিত থিয় দিবলৈ মনোবল পাব। স্বাৱলম্বন শিক্ষাই বিদ্যাৰ্থীক বিমোৰত নেপেলাই বৰঞ্চ ই দেশৰ বুনিয়াদ মজবুত হোৱাত ইন্ধন যোগায়।

## প্ৰৌঢ় শিক্ষা ঃ

গণতন্ত্ৰৰ প্ৰতি মানুহৰ আস্থা বৰ্ত্তমান শতিকাত বাৰুকৈয়ে বৃদ্ধি পাইছে। বৰ্ত্তমান সময়ত দেশ তথা সমগ্ৰ মানৱ জাতিৰ নিৰাপত্তাৰ কাৰণে প্ৰত্যেক গৰাকী মানুহ দক্ষ আৰু সজাগ হব লাগিব। জনগণৰ দ্বাৰা প্ৰতিষ্ঠাপিত আৰু পৰিচালিত হোৱা চৰকাৰে ভৱিষ্যত বংশধৰ সকলক উপযুক্ত শিক্ষাৰ দ্বাৰাই দেশ সেৱাৰ কামত ব্ৰতী কৰাব লাগিব। বুনিয়াদী শিক্ষালয় সমূহ গণতন্ত্ৰৰ একো একোখন গবেষনাগাৰৰ দৰে। বিদ্যালয় পৰিচালনাৰ পৰা আৰম্ভ কৰি মন্ত্ৰীসভা পতালৈকে আটাইবিলাক কাম সম্পূৰ্ণ বুজা পৰাৰ মনোভাৱেৰে কৰা হয় বাবেই বুনিয়াদী বিদ্যালয়ত পঢ়া ছাত্ৰ-ছাত্ৰী যথাৰ্থতে আচৰণত স্ফটিকৰ দৰে নিৰ্মল হয় আৰু লগে লগে সমাজ সচেতনো নোহোৱাকৈ নাথাকে। নিজৰ কৰ্ত্তব্য নিয়াৰিকৈ পালন কৰিবৰ কাৰণে যি যি সমলৰ দৰকাৰ সেই খিনিও আয়ত্ব কৰিবলৈ শিকে।

## শুছিতাৰ শিক্ষা ঃ

বুনিয়াদী শিক্ষাই শিশুৰ অন্তৰৰ পৰা বেয়া গুণ ধুই পখালি নিকা কৰাৰ ব্যৱস্থা কৰে। চাফাই কামৰ দ্বাৰা যেনেকৈ মলিনতা নাশ কৰা হয় সেইদৰে শুছিতাৰ শিক্ষাই শিশুৰ হৃদয় আনন্দত আপ্লুত কৰি তোলে। শিক্ষা দ্ৰুত গতিৰে আগবাঢ়ি গৈছে যদিও মানুহৰ মনোৰাজ্যৰ ভিতৰলৈ শিক্ষাৰ পোহৰ পেলাবলৈ আজিও মানুহ সক্ষম হব পৰা নাই। বিজ্ঞান আৰু শিক্ষাই চলিত শতিকাত চমকপ্ৰদ অগ্ৰগতি লাভ কৰিছে হয় কিন্তু প্ৰকাৰান্তৰে ই মানুহৰ মাজত খিয়লা খিয়লিৰ ভাবো কম সিঁচি দিয়া নাই। বুনিয়াদী শিক্ষাই আত্মশুদ্ধিৰ ওপৰত জোৰ দিয়ে। গান্ধী দৰ্শনে কেতিয়াও মানুহক দেৱতা বুলি গ্ৰহণ কৰা নাই। মানুহে ভুল কৰাটো স্বাভাৱিক। নজনা কথা জনা বুলি কোৱাৰ পৰা অপকাৰহে হয়। ভুল স্বীকাৰ কৰিলে শোধন হয় আৰু দোষ লুকাই ৰাখিলে ব্যক্তি আৰু সমাজ দুয়োৰে অশেষ অপকাৰ হয়। বুনিয়াদী বিদ্যালয়ত বাহ্যিক অনুশাসন কম মাত্ৰাত ৰাখি ব্যক্তিগত ভাবে শুছিতাৰ শিক্ষাৰ ওপৰত অধিক মনোনিবেশ কৰা হয়।

## শিক্ষাত স্বদেশী ভাব ঃ

মানুহে নিজৰ দেশক ভাল পোৱাটো এটা গুণ। নিজ দেশৰ ভাষা, সভ্যতা, সংস্কৃতি, স্বদেশজাত বস্তু আদিৰ প্ৰতিলোক অনুৰক্ত থকাটো প্ৰত্যেক গৰাকী লোকৰে কৰ্ত্তব্য। যি দেশৰ ডেকা চামে নিজ দেশৰ অতীত গৰিমাৰ বিষয়ে একোৱেই নাজানে বা জানিবলৈও ইচ্ছুক নহয় সেই দেশৰ শিক্ষা ব্যৱস্থাত আসোঁৱাহ থকা বুলি ধৰা হয়। আমাৰ দেশৰ শিক্ষিত লৰাই জাতি জোৰা খ্যাতি সম্পন্ন ব্যক্তিৰ বিষয়ে যিমান জানে তাতোকৈ বেচি জানে অন্যদেশত জন্মগ্ৰহণ কৰা লোকৰ চৰিত্ৰৰ বিষয়ে। গান্ধীজীয়ে শিক্ষিক লোক সকলৰ এনে দুখলগা চিন্তাৰ অৱসান ঘটাবৰ কাৰণেই সংগ্ৰাম কৰিছিল। তেখেতে সংস্কাৰ

পূর্ণ শিক্ষাৰ জৰিযতে ঠেকুচিগা ভাৰধাৰাৰ গতি সলনি কৰি পোন ৰাস্তাৰ পাৱ দিবলৈ শিকালে। বিদ্যালযত সূতা কটা, পিন্ধনত নিয়মীয়া হোৱা, একাদশব্রত অ'ওবোৱা আদি দৈনন্দিন নীতি সমূহে স্বদেশী ভাবাপন্ন কৰাত সহাযক হব।

## মান্যতাৰ শিক্ষাঃ

আত্মোৎসর্গ বীৰ জাতাৰ ধ্বজা স্বৰূপ। সংকীর্ণমনালোকে কেতিযাও জগতত একো অৱদান দিযা নাই। বিজ্ঞান আৰু প্রযুক্তি বিদ্যাই মানুহৰ চিন্তা ধাৰা ক্রমে বদলাই দিবৰ উপক্রম কৰিছে। আগৰ দিনৰ দৰে এতিযা সকুৱে জোষ্ঠ জনক সেৱা সৎকাৰ কৰিবলৈ সঙ্কোচ বোধ কৰা হ'ল। ঈশ্বৰ বিশ্বাস' লোকৰ সংখ্যা জন সংখ্যা বৃদ্ধি পোৱাৰ দৰে বৃদ্ধি পোৱা নাই। ওপৰ মহলাৰ শিক্ষালযত ছাত্রৰ অনুশাসন হানতাই দেশত এক অস্থাযী বাতাবৰনৰ সৃষ্টি কৰিছে। গতিকে এনেহেন সমযত শিক্ষার্থীক স্বইচ্ছাই বিচৰণ কৰিবলৈ এবি দিযাটো সমাচীন নহয। আজি দেশৰ প্রত্যেক জন ছাত্রই ৰাষ্ট্রসেৱা আৰু দেশ-ভক্তিৰ অনুশীলন কৰিবলৈ শিকিব লাগিব। আলিবাটত চালি ধৰা লৰাক চলে কৌশলে মান্যতাৰ শিক্ষা দিবই লাগিব। বুনিযাদী শিক্ষাত অভদ্রাচৰণ কৰিবৰ বাবে ছাত্রই ক'তো সুবিধা নাপায। কিয়নো বুনিযাদী শিক্ষা হ'ল শিশু কেন্দ্রীক। ইযাত শিশুক উপেক্ষা কৰি তেওঁলোকৰ যাত্রাপথত হেঙাৰ দিবলৈ ব্যৱস্থা কৰা হোৱা নাই। সামৰণিত ইয়াক কব পাৰি যে পৰিবৰ্ত্তনশীল জগতত মানুহৰ চিন্তা চর্চ্চাৰ পৰিবর্ত্তন হৈছে .যদিও বুনিযাদী শিক্ষাৰ তত্ত্বসমূহ অপৰিবৰ্ত্তিত হৈ আছে আৰু থাকিবও। সোণক পুৰিলেহে উজ্জ্বলতা বাঢ়ে, সেই দৰে বুনিযাদী শিক্ষাৰ দর্শন যিমানেই ৰোমন্থন কৰা হব সিমানেই এই শিক্ষাৰ অন্তৰ আৱশ্যকতাৰ কথা পোহৰলৈ আহিব।

—x—

# শিক্ষাবিদ্ গান্ধী

আজি গান্ধীজীৰ নাম পৃথিবীৰ ইমূৰৰ পৰা সিমূৰলৈকে বিয়পি পৰিছে। ভাৰতবৰ্ষত জন্ম গ্ৰহণ কৰিও গান্ধীজীয়ে তেখেতৰ জীৱিত কালতেই সমগ্ৰ মানৱ জাতিৰ শ্ৰদ্ধা আৰু সন্মান লাভ কৰিব পাৰিছিল। মৃত্যুৰ পিচত গান্ধীজীৰ নাম আৰু বেচি জনাজাত হৈ পৰে। ভাৰতীয় জনতাই গান্ধীজীক যিমান শ্ৰদ্ধা কৰিছিল আন নেতাক সেইদৰে কৰা নাই। গান্ধীজীয়ে যদিও পৰাধিন দেশ মাতৃকাৰ মলিন বদন ধুই নিকা কৰিবৰ কাৰণে চেষ্টা কৰিছিল তথাপিও তেখেতে শিক্ষা বিষয়তো মতামত দাঙি নধৰাকৈ থকা নাছিল।

গান্ধীজীয়ে যিহতে হাত বুলাইছিল তাতেই সোণ বৰষিছিল। ৰাজনীতি, সমাজনীতি, কুটিৰ শিল্প, হৰিজন, খাদী সাম্প্ৰদাযিক, ঐক্য আদিৰ ওপৰত বিশেষভাবে তেখেতে মনোযোগ দিয়াৰ উপৰিও দেশগঢ়াৰ কাৰণে যে প্ৰকৃত শিক্ষাৰ অতব প্ৰয়োজন সেই বিষয়ে ক্লান্তিহীন ভাবে মনোযোগ দিছিল। এজন মানুহে অতবিলাক দৰকাৰী বিষযত পথৰ সন্ধান দিয়াটো কম আচৰিত কথা নহয়। সেযেহে প্ৰখ্যাত বিজ্ঞানবিদ্ আইনষ্টাইনে অতি ধুনীয়াকৈ গান্ধীজীৰ বিষয়ে কৈছে যে ভৱিষ্যতৰ পুৰুষ লোক সকলে বিশ্বাস কৰিবলৈ টান পাব যে—"তেজ মঙহৰ এনে এজন মানুহে এদিনাখন এইখন পৃথিবীৰ মাটিতে পাৰ বুলাই ফুৰিছিল।" বৰ দূৰলৈ যাবলৈকে নালাগে আমাৰ দেশৰে যুৱক সকলে গান্ধীজীৰ আত্মোৎসৰ্গৰ কথা কিতাপত পঢি বিশ্বাস কৰিবলৈ টান পাব।

শিক্ষক মানেই শিক্ষাবিদ নহয়। মানৱ সভ্যতা বিস্তাৰিত হোৱাৰ পৰা যি কেইগৰাকী শিক্ষাবিদৰ আৱিৰ্ভাৱ হ'ল সেই সকলৰ নাম আঙুলিৰ মূৰতে লেখিব পাৰি। যোৱা পাঁচ হাজাৰ বছৰৰ ভিতৰত মানৱ সমাজক অন্ধকাৰৰ পৰা পোহৰলৈ নিবলৈ সক্ষম হোৱা শিক্ষাবিদ

সকলৰ ভিতৰত হ'ল যাজ্ঞ বল্ক, মনু, চক্রেটিচ, প্লেটো, এৰিষ্টটেল, ফ্রোবেল, পেষ্টালজি, ৰু'চ মণ্টেশ্বৰী, জন ডিউয়ী, গান্ধী, আৰু ৰবীন্দ্রনাথ ঠাকুৰৰ নামেই উল্লেখযোগ্য। উল্লিখিত মনীষীসকলৰ আগমন কেতিয়া হ'ল সেই বিষয়ে যদি চোৱা যায় তেন্তে দেখিবলৈ পোৱা যাব যে পাৰ হৈ যোৱা দুই শতাব্দীতে ফ্রোবেলৰ পৰা আৰম্ভ কৰি মণ্টেশ্বৰী-লৈকে আটাইকেইজনে জন্ম গ্রহণ কৰে। অৱশ্যে তেখেতসকলৰ আগমন নোহোৱা হলে আজিৰ বিদ্যালয়ৰ এই শ্ৰীমুখ দেখিবলৈ পোৱা নহলহেঁতেন।

গান্ধীজীৰ জন্ম যি সময়ত হৈছিল সেই সময়ত ভাৰতীয় জনতাই বিদেশী শাসকৰ ব্যৱহাৰত বিতুষ্ট হৈ উঠিছিল। ইংলণ্ডেশ্বৰী ৰাণী ভিক্টোৰীয়াই ভাৰতবৰ্ষৰ শাসন নিজহাতে গ্রহণ কৰিবৰ সময়ত যি বিচাৰ উদাৰ চিত্তে ভাৰতীয় প্ৰজাই পাব বুলি ইস্তাহাৰত প্ৰকাশ কৰিছিল সেইয়া কাগজতে আবদ্ধ আছিল। গতিকে দেশৰ চিন্তাশীল ব্যক্তিয়ে বিদেশী শাসন ফলদাযক বুলি ধৰিব নোৱাৰিছিল। পূৰ্ব্ব চৰ্ত্ত ভঙ্গ কৰাত দেশবাসীৰ মন বিদ্রোহী হৈ উঠাত অস্বাভাৱিকতা একো নাই। আমাৰ এফাঁকি কথা আছে যে যি মূলা বাঢ়িব তাৰ দুপাততে চিন পোৱা যায়। গান্ধীজীৰ ক্ষেত্রত ইয়াৰ হলে ব্যতিক্রম ঘটা যেন লাগে। গান্ধীজী তীক্ষ্ণ মেধা সম্পন্ন ছাত্র নাছিল আৰু তেওঁ ছাত্র অৱস্থাত নিজকে জাহিৰ কৰি অকণো ভাল নাপাইছিল। গান্ধীজী আছিল এজন লাজকুৰীয়া স্বভাৱৰ শান্ত লৰা। অৱশ্যে ভাৰতত শিক্ষা লাভ কৰাৰ সময়ত তেওঁৰ মৌলিক চিন্তাই গা কৰিব পৰা নাছিল যদিও ইংলণ্ডলৈ যেতিয়া বেৰিষ্টাৰী পঢ়িবলৈ যায় তেতিয়া মোহনদাস কৰমচাঁদ গান্ধী যে মৌলিক চিন্তাৰ অধিকাৰী ব্যক্তি সেই-ফালটো ওলাই পৰিছিল। ইংলণ্ডত নমাৰ পিচতেই তেওঁৰ যিখন ফটো তোলাইছিল সেইখন চাই এজন ইংৰাজ ব্যক্তিয়ে উক্তি কৰিছিল যে এই লৰাজনৰ ওঠ দুটাই আৰু বেচি দিন নিৰবে মাত নমতাকৈ থাকিব নোৱাৰিব আৰু যি দিনাই শব্দ ধ্বনিত হব সেইদিনাই

উপনিবেশিক ভাৰতবৰ্ষৰ মাটি ইংৰাজে ত্যাগ কৰিবলৈ বাধ্য হ'ব। সেই অখ্যাত ইংৰাজ লোক গৰাকীৰ ভৱিষ্যত বাণী আখৰে আখৰে ফলিয়ালে।

শিক্ষা সম্পৰ্কে গান্ধীজীয়ে দৃঢ়ভাবে চিন্তা কৰিব লগাত পৰিছিল দক্ষিণ আফ্ৰিকাত থাকোতেই য'ত ভাৰতীয় লোকৰ লৰাই শ্বেতাঙ্গৰ লগত পঢ়িব নোৱাৰিছিল। দক্ষিণ আফ্ৰিকাত থাকোতেই গান্ধীজীয়ে ৰুচিয়াৰ চিন্তাশীল ব্যক্তি টলষ্টয়ৰ কাৰ্য্যাৱলী ভালদৰে অধ্যাযণ কৰে। সেই সময়তে আমেৰিকাৰ আটাইতকৈ উচ্চ সন্মানেৰে বিভুষিত দাৰ্শনিক আৰু প্ৰধান শিক্ষাবিদ ডঃ জন ডিউয়ীৰ শিক্ষাৰ উদ্দেশ্য ধৰ্মিতাৰ লগতো পৰিচয় ঘটে। জন ডিউয়ী গান্ধীজীতকৈ বয়সত মাত্ৰ ১০ বছৰৰ ডাঙৰ। ১৯৫২ চনত এই গৰাকী মনীষীৰ মৃত্যু হয়। ১৯০৩ চনত গান্ধীজীয়ে হাতে কামে লাভ কৰা শিক্ষাৰ প্ৰয়োজনীযতা অনুভৱ কৰে আৰু জোহান্সবাৰ্গৰ টলষ্টয় ফাৰ্মত নিজে চামৰাৰ চেণ্ডেল চিলাই কৰাৰ কৌশল আয়ত্ব কৰে। তেখেতে সেই বিদ্যালয়ত নিজে ছাত্ৰ ছাত্ৰীক নিজ মাতৃভাষা গুজৰাটি পঢ়ুৱাইছিল। তেখেতে অন্য দহ জনৰ দৰে বানচ লৈ শিক্ষকতা কৰা নাছিল যদিও শিক্ষা প্ৰদানত শিক্ষকৰ ভূমিকা কেনে হোৱা উচিত সেই বিষয়ে বুজিবৰ কাৰণে সুবিধা পাইছিল। আৰু এইকণ সুবিধা নোলোৱা হলে কিজানি আজিৰ পৃথিবীয়ে গান্ধীজীক শিক্ষাবিদ হিচাবে গ্ৰহণ কৰিবৰ কাৰণে সন্তাৰ বিচাৰি নাপালেহেঁতেন।

শিক্ষক হিচাবে গান্ধীজীৰ স্থান—থূলমূলকৈ কবলৈ গলে গান্ধীজী আছিল জনগণৰ শিক্ষক। তেখেতৰ ছাত্ৰ আছিল আবাল বৃদ্ধ বণিতা আটায়ে। গান্ধীজীৰ উদাত্ত আহ্বানত সঁহাৰি দিয়া লোকৰ সংখ্যা কোটিৰ ঘৰত ঠাই পায়। তেখেতক হজৰত মহম্মদ নাইবা যীশুখৃষ্টৰ লগতহে ৰিজাব পৰা যায়।

সাধাৰণতে এটা প্ৰশ্ন হয় যে যিজন লোকে ইংৰাজ শাসনত অধিষ্ঠিত লোকৰ দ্বাৰা পৰিচালিত শিক্ষা লাভ কৰিছিল আন দহজন সহপাঠীৰ দৰে সেইজন লোকেই দোষপূৰ্ণ শিক্ষাৰ আমূল পৰিবৰ্ত্তন ঘটাবৰ কাৰণে

প্ৰয়াস কৰিব পৰাটো কম দৃঢ়তাৰ কথা নহয়। গান্ধীজীয়ে চকুৰ আগত দেখিছিল যে নদী বিলাকে যেনেকৈ সাগৰলৈ গতি কৰে ঠিক সেইদৰে ছাত্ৰসকলেও একেটি মাত্ৰ ৰাস্তাৰে উচ্চ শিক্ষা লাভৰ কাৰণে আগবাঢ়ি যাব লাগে। নিজৰ অভিৰুচি মতে শিক্ষা লাভ কৰিবৰ কাৰণে ব্যক্তিৰ সা সুবিধা নাই। গান্ধীজীয়ে ভাবি পাইছিল যে প্ৰত্যেকটো স্তৰতে শিক্ষাৰ সামৰণি পৰিলেও যাতে বিদ্যাৰ্থীৰ অপকাৰ নহয়গৈ তেনে শিক্ষাহে গাওঁ অঞ্চলত বিশেষকৈ প্ৰদান কৰিব লাগে। শিক্ষা ব্যৱস্থাত লাখ লাখ গাওঁবাসীৰ লৰা-ছোৱালীৰ সু-শিক্ষা লাভৰ ওপৰতে দেশৰ সুস্থিৰতা নিৰ্ভৰ কৰে।

প্ৰচলিত শিক্ষালয় সমূহত বাস্তৱ জ্ঞান বিলোৱাৰ দিহা উপযুক্ত বুলি ধৰিব নোৱাৰি। কিতাপৰ পাতত লিখা অভিজ্ঞতা বিলাক যেতিয়ালৈকে ছাত্ৰই নিজে পোৱা অভিজ্ঞতাৰ দৰে নালাগিব তেতিয়ালৈকে স্কুলীয়া শিক্ষাই শিশুৰ মন আকৰ্ষ্ট কৰিব নোৱাৰে। গান্ধীজীয়ে কিতাপী শিক্ষাৰ ওপৰত গুৰুত্ব নিদিয়াৰ কাৰণ এইয়ে যে এই শিক্ষাৰ দ্বাৰা সজ অভ্যাস কেতিয়াও গঢ়ি নুঠে। শিশুক আলাসৰ লাড়ু কৰিলে মাতৃভূমিৰ মুখ পোহৰাব পৰা নহয়।

ডিউৰ্য়ী চাহাবৰ দৰে গান্ধীজীয়েও বিদ্যালয় সজীৱ অনুষ্ঠান কৰিবৰ কাৰণে চাইছিল। শিক্ষাৰ উদ্দেশ্য নিৰ্ণয় কৰিবলৈ গৈ হৰিজন পত্ৰিকাত ১৯৩৭ চনৰ জুলাই মাহত তেখেতে তলত দিয়া দৰে লিখিছিল—যি শিক্ষাৰে শিশু আৰু বয়স্ক লোকৰ দেহ, মন আৰু আত্মাৰ সামগ্ৰীক বিকাশ সাধন হয় সেয়ে আচল শিক্ষা⋯। স্বাক্ষৰতাই শিক্ষা নহয় ইত্যাদি উল্লেখিত সংজ্ঞাটি প্ৰকাশ পোৱাৰ লগে লগেই পঢ়ুৱৈ সমাজে বুজি উঠিল যে গান্ধীজী প্ৰকৃত পক্ষে এগৰাকী উপযুক্ত শিক্ষকো। শিক্ষা সম্পৰ্কে স্পষ্ট ধাৰণা নহলে কোনো লোকেই গান্ধীজীয়ে আগবঢ়োৱা শিক্ষাৰ লক্ষৰ দৰে মত প্ৰকাশ কৰিব নোৱাৰে।

এতিয়া আমি বিশ্বৰ দুই এক শিক্ষাবিদে শিক্ষা সম্পৰ্কে যি অভিমত পোষণ কৰি লৈছে সেইসকলৰ লগত যদি গান্ধীজীয়ে আগবঢ়োৱা

অভিমত নিৰপেক্ষ হিচাবে তুলনা কৰি চোৱা হয় তেন্তে দেখিবলৈ পোৱা যায় যে গান্ধীজীৰ দৰে কোনো শিক্ষাবিদে গান্ধীজীৰ আগৰছোৱা কালত নাইবা পৰৱৰ্ত্তী কালত গুণাগঁথা কৰি উলিয়াব পৰা নাই। আকৌ ১৯৪৬ চনত এজন সাংবাদিকে স্বাধীন ভাৰতৰ শিক্ষাৰ উদ্দেশ্য কেনেদৰে নিৰ্ণিত হোৱা যুগুত বুলি সোধা প্ৰশ্নৰ উত্তৰত তপৰাই কৈছিল যে চৰিত্ৰ গঠনেই শিক্ষাৰ লক্ষ্য হব।

গান্ধীজী আছিল এজন প্ৰকৃত কৰ্মযোগী। তেখেতে সত্য উদঘাটণৰ কাৰণে যি প্ৰচেষ্টা হাতত লৈছিল সেইয়া আছিল নিৰ্ভুল বিধৰ। গান্ধীজীৰ অনুগামী সকলে তেখেতক সত্যৰ লেবৰেটৰীৰ এগৰাকী একনিষ্ঠ সেৱক বুলি আখ্যা দিব খোজে। গান্ধীজীয়ে নিজেও তেখেতৰ আত্ম-জীৱনীখনৰ নামাকৰণ মোৰ সত্য অন্বেষণৰ কাহিনী বুলিহে কৰিছে। এই অমূল্য গ্ৰন্থ খনৰ তুখিলামান পাত লুটিয়ালেই দেখা যাব যে শিক্ষা সম্পৰ্কে তেখেতৰ যি অভিমত সেইয়া অনন্ত কালৰ কাৰণেই আদৰণীয় হৈ ৰব। ইতিমধ্যে এই কিতাপখন পৃথিবীৰ বিভিন্ন দেশত থলুৱা ভাষালৈ অনুবাদ কৰা হৈছে। সুদূৰ ৰুচিয়াতো গান্ধীজীৰ আত্মজীৱনী ১৯৩৪ চনতে প্ৰকাশ পোৱাটোৱে ভাৰতমাতৃৰ মহান সন্তান গান্ধীজীৰ প্ৰতি ৰুচবাসীৰ অনুকম্পা থকাটোকে বুজায়।

জাতিৰ জনকৰ শিক্ষা সম্পৰ্কে থকা অভিজ্ঞতা থকা অতি পাঞ্জল বিধৰ আছিল। তেখেতে অইন শিক্ষাবিদৰ দৰে কোনো এটা শিক্ষানীতি খামোচ মাৰি ধৰা বিধৰ লোক নাছিল। গান্ধীজীয়ে বাৰুকৈ উপলব্ধি কৰিছিল যে সমাজৰ চিন্তাধাৰা আৰু মূল্যবোধৰ সলনি হোৱাৰ লগে লগেই শিক্ষাৰো উদ্দেশ্য পৃথক হোৱা দৰকাৰ। সমাজৰ চিন্তাধাৰাৰ আধাৰত শিক্ষাৰ লক্ষ্য নিৰ্ধাৰিত নহলে বিদ্যালয়ৰ নিজস্ব সীমিত লক্ষ্যৰ ওপৰত প্ৰতিষ্ঠিত শিক্ষাব্যৱস্থাৰ দ্বাৰা দেশৰ মঙ্গল সাধন যে নহয় সেই বিষয়ে গান্ধীজীৰ পৰিষ্কাৰ ধাৰণা আছিল।

গান্ধীজীয়ে অন্য শিক্ষাবিদৰ দৰে শিক্ষা সম্পৰ্কে পুথিপাঁজি পৰ্য্যাপ্ত পৰিমানে লিখা নাই যদিও তেখেতৰ যিকেইখন কিতাপ প্ৰকাশিত হৈছে

তাৰ পৰা ঠাৱৰ কৰিব পাৰি যে শিক্ষা সম্পৰ্কে গান্ধীজীৰ যিমান প্ৰাঞ্জল অভিজ্ঞতা আছিল তেনেধৰণৰ দ্বিতীয় এজনৰ গাত পৰিলক্ষিত হৈছিল বুলি কব নোৱাৰি। গান্ধীজীয়ে তেখেতৰ ব্যস্ততাপূৰ্ণ জীৱনৰ মাজতে শিক্ষা সম্পৰ্কে কিছু লিখালিখি কৰিছিল। শেষলৈ সেই লিখাসমূহক গোটপিত খুৱাই-'বুনিয়াদী শিক্ষা'' নৱশিক্ষাৰ অভিমুখে' আৰু 'ছাত্ৰ-সকললৈ'—এই তিনিখন প্ৰকাশ পায়। তিনিওখন কিতাপৰ সাৰমৰ্ম উলিওৱা কষ্টকৰ যদিও এটা কথা নিঃসন্দেহে কব পাৰি যে গান্ধীজীয়ে গীতা শাস্ত্ৰৰ কৰ্মযোগ খণ্ড বুনিয়াদী পাঠ্যক্ৰমৰ অন্তৰ্ভূক্ত কৰি এক সাৱলীল ভঙ্গিমাত শিক্ষাৰ্থীৰ কৰ্মপন্থা নিৰ্ণয় কৰি দিবলৈ যথাৰ্থতে সক্ষম হৈছে। গান্ধীজীৰ আগতে ভাৰতবৰ্ষত কোনো লোকেই শিক্ষালয়লৈ বৌদ্ধিক শিক্ষাৰ লগত কৰ্মক সংযোগ কৰি দিবলৈ সাহস কৰিব পৰা নাছিল। কাম আৰু শিক্ষাৰ ভিতৰত ওচৰ সম্বন্ধ স্থাপনৰ বাবে পুৰণি কালতে গ্ৰীচ, ভাৰতবৰ্ষ আদি দেশত নথকা নহয়। অতীত গ্ৰীচৰ পাঠ্যক্ৰমলৈ চকু ফুৰালে দেখা যায় যে তেতিয়াৰ দৈনিক ৰুটিণত কামৰ ওপৰত গুৰুত্ব দিয়া হৈছিল যদিও পাঠ্যক্ৰমৰ ভিতৰুৱা বিষয় নাছিল। গান্ধীজীৰ প্ৰযত্নত কাম আৰু বৌদ্ধিক শিক্ষাৰ এনে মিলন ক'তো দেখা পোৱা নাযায়।

আমেৰিকাতো ডঃ জন ডিউয়ীয়ে চলিত শতিকাৰ দ্বিতীয় দশকত কলম্বীয়াত এখন বিদ্যালয় প্ৰতিষ্ঠা কৰি পৰীক্ষামূলক ভাবে পাঠ্য-ক্ৰমত কৰ্মক সংযোগ কৰি ফল কেনে ধৰণৰ হয় তাৰ গৱেষণা কৰিছিল। অৱশ্যে চৰকাৰৰ পৰা উপযুক্ত সহাঁৰি নোপোৱাৰ কাৰ-ণেই উক্ত বিদ্যালয় বেচি দিন নিটিকিল। ইয়াৰ আচল কাৰণ ঠাৱৰ কৰাটো নিষ্প্ৰয়োজন হলেও ইয়াকে কব পৰা যায় যে ডঃ ডিউয়ী আছিল এগৰাকী শিক্ষাবিদ-আনহাতে গান্ধীজী আছিল এগৰাকী ৰাজ-নৈতিক নেতা আৰু জাতিৰ জনক। সেয়ে যিটো কাম আমেৰিকাৰ দৰে অতি সমৃদ্ধ দেশত সম্ভৱপৰ হৈ নুঠিল-গৈ সেই কাম অৱহেলিত ভাৰতবৰ্ষত গান্ধীজীৰ নেতৃত্বত অচিৰে সম্ভৱপৰ হৈ উঠিছিল। ইয়াৰ

বাবে গান্ধীজীয়ে শিক্ষাৰ বিষয়ে যি ভূমিকা লৈছিল সেইযা ভাৰতবৰ্ষত আটাইতকৈ অগ্ৰণী বিধৰ। গতিকে তুলনামূলক ভাবে চালে দেখা যায় যে যিটো বাতাবৰণ বিদ্যালয়ত সৃষ্টি কৰিবৰ আন শিক্ষাবিদৰ কাৰণে চিন্তাৰ আৰু অধিক সময়ৰ প্ৰযোজন হৈছিল তেনে বাতাৱৰণ সৃষ্টি কৰিবৰ কাৰণে গান্ধীজীয়ে অশেষ কষ্ট স্বীকাৰ কৰিব লগা নহৈছিল।

শিক্ষাবিদ হিচাবে গান্ধীজীক অদ্বিতীয় বুলি ধৰিবৰ আৰু কিছুমান বিয়য় আছে। গান্ধীজীযে কৈছিল যে থলুৱা বিষয় সম্ভাৰ বিলাককে শিক্ষাৰ বিষয় বস্তু হিচাবে বিবেচনা কৰা উচিত। নিজ দেশৰ প্ৰভাৱশালী ব্যক্তি নাই বুলি ধৰিলোৱা যেনেকৈ এক আত্মঘাটী নীতি ঠিক সেইদৰেই শিক্ষা বিস্তাৰৰ কাৰণে ধাৰ কৰি অনা বিদেশী পৰিকল্পনা সমূহো সৃষ্টিশীল নহয়। এনে উপাযেৰে বিদ্যালয় জীৱন্ত কৰি তোলা অসম্ভৱ। বুনিযাদী শিক্ষাৰ কাৰণে যিবিলাক উদ্যোগ নিৰ্বাচন কৰা হৈছে সেইবিলাকৰ অনুশীলন অহৰহ সমাজত হবই লাগিছে। শিক্ষাৰ্থীক কোনো ক্ষেত্ৰতে আচহুৱা অৱস্থালৈ হেচুকি নিদি পূৰ্ব্ব অভিজ্ঞতাৰ লগত ৰজিত খুৱাই শিক্ষাৰ পাতনি মেলা যে নিতান্তই উচিত সেই বিষযে দ্বিমত থাকিবই নোৱাৰে। ওপৰ বৰ্গৰ ছাত্ৰৰ কাৰণে শিক্ষা কোনো কোনো ক্ষেত্ৰত কল্পনা প্ৰসূত হলেও প্ৰাথমিক স্তৰত পাৰ্য্যমানে অকৃতিম পৰিবেশৰ মাজত ডুবাই ৰাখিব পৰাটো অতিকৈ প্ৰয়োজনীয় কথা। বুনিয়াদী শিক্ষাই অতি স্পষ্ট ভাবে ঘোষনা কৰিছে যে এই শিক্ষা কেতিয়াও অলাগতিয়াল হব নোৱাৰে। ই ভাৰতবৰ্ষৰ লৰা-ছোৱালীৰ কাৰণেই যে দৰকাৰী এনে নহয় সদৌ বিশ্বৰ কণ কণ শিশু বিলাকৰ কাৰণেও প্ৰকৃত শিক্ষা পদ্ধতি বুলি কলেও বঢ়াই কোৱা নহয়।

গান্ধীজীৰ মহত্ব আন এটা দিশৰ পৰা চালেও দেখা যায়। তেখেতে শিশুৰ কাৰণেও পূৰ্ব নিৰ্দ্ধাৰিত শিক্ষা পদ্ধতিত কৈ ব্যক্তিগত পৰিস্থিতিয়ে যেনে নিয়ম মানি চলিবলৈ বাধা কৰায় তেনে

নীতিয়ে শুদ্ধ হব পাৰে। শিক্ষা জগতত পূৰ্ব কল্পিত ব্যৱস্থাৰে শিকোৱাৰ ফলত কিমান ছাত্ৰৰ শোচনীয় পৰাজয় হৈছে তাৰ হিচাব ললে অসংখ্য ওলাব। বৰ্ত্তমান আধুনিক বিজ্ঞানেও গান্ধীজীয়ে উন্মুকিয়াই যোৱা নীতিকে সাৱোগত কৰি মানৱ সমাজৰ উন্নতিৰ কাৰণে অলেখ সম্ভাৰ আগবঢ়াবলৈ সক্ষম হৈছে।

গান্ধীজীয়ে কোনো এক স্তৰৰ লোকসমষ্টিৰ সামগ্ৰীক উন্নতিৰ কাৰণে এক অভিনৱ শিক্ষাৰ আচঁনিৰ সংকেত ডাঙি ধৰে। প্ৰাথমিক শিক্ষাৰ মানদণ্ডৰ উন্নতি নহলে ওপৰ মহলাৰ শিক্ষাই বৰ অগ্ৰাধিকাৰ লাভ কৰিব যে নোৱাৰে সেই বিষয়ে গান্ধীজীৰ মত আছিল দৃঢ়। সেই কাৰণেই তেখেতে কৈছিল যে চৰকাৰে ইচ্ছা কৰিলেও ওপৰ মহলৰ শিক্ষা কোনো অনুষ্ঠানৰ ওপৰত জাপি দি প্ৰাথমিক স্তৰতহে অধিক মনোযোগ দিয়া উচিত। ভাৰতবৰ্ষত যি উচ্চ শিক্ষাৰ সৌধ বিদেশী শাসক সকলে নিৰ্ম্মান কৰিছিল সেই শিক্ষা পোৱা সকলে অতদিনে যে আনক শাসন কৰিবৰ কাৰণেহে শিক্ষা লভিলে নিজেও যে দেশসেৱাৰ বাবে সহাঁৰি জনাব লাগে সেইটো একেবাৰেই উপেক্ষা কৰি আছিল। এইষাৰ হ'ল আমেৰিকাৰ এগৰাকী শিক্ষাবিদ ডঃ জন পালৰ উক্তি।

গান্ধীজীৰ মতে দেশসেৱাই শিক্ষাৰ্থীৰ জীৱনৰ ঘাই ব্ৰত হব লাগে। তেখেতৰ ৱাৰ্দ্ধা শিক্ষা আচঁনিত গান্ধীবাদ আংশিক ৰূপে প্ৰকাশ পাইছে। গান্ধীজীৰ শিক্ষা দৰ্শনৰ মূল ভেটি হ'ল হৃদয় আৰু মনৰ-প্ৰকৃত উতকৰ্ষ সাধন কৰা। হৃদয়ৰ শিক্ষা অবিহনে মানৱ জাতিলৈ স্থিৰতা যে আহিব নোৱাৰে সেইয়া আজিৰ মানুহে বুজি উঠিছে।

গান্ধীবাদ অহিংসাৰ ওপৰত সুপ্ৰতিষ্ঠিত। আজিকালি কিছুলোকে কব খোজে যে যি যুগত মানুহক নিঃশেষ কৰিবৰ কাৰণে ভয়লগা অস্ত্ৰ-শস্ত্ৰ ওলাইছে সেই যুগত অহিংসাৰ বানীয়ে জানো মানুহক টলাব পাৰিব। হিংসাৰ পৰা প্ৰতিহিংসাৰ সৃষ্টি হব—কিন্তু অহিংসাৰ পৰা হিংসাত্মক কাৰ্য্য সংঘটিত হব নোৱাৰে। গান্ধীজীয়ে কৈছিল যে অহিংসাৰ পূজাৰী-

সকল ভয়াতুৰ লোক নহয়-তেওঁলোক হ'ল মানৱজাতিৰ ত্ৰাণকৰ্ত্তা। গান্ধীজীয়ে কৈছিল যে জীৱনৰ পৰিপূৰ্ণতা ভগৱানক উপলদ্ধিৰ ওপৰতে নিৰ্ভৰ কৰে। ভগৱানৰ অস্তিত্ব বিচাৰি তেখেতে মঠ মন্দিৰলৈ গলেই যথেষ্ট নহয় বুলি সকিঁয়াই গৈছে। তেখেতৰ মতে মানৱ সেৱাই প্ৰকৃত ধৰ্ম্ম। শিক্ষালয়ত এই দিশটি বাদ দিলে বিদ্যাৰ্থীৰ প্ৰবৃত্তিসমূহ সুসমাহিত কৰিবলৈ কিছু অসুবিধাযে হয় সেইবিষয়ে গান্ধীজীয়ে উল্লেখ কৰি গৈছে।

শিক্ষালয়ত শিশুৰ প্ৰকৃত স্থান কোন খিনিত হব লাগে সেই বিষয়ে গান্ধীজীয়ে ৰু'চৰ বানীৰ লগত সুৰ মিলাই কব্ খুজিছে যে শিশুক কেন্দ্ৰ কৰিহে বিদ্যালয়ৰ যাৱতীয় কামকাজ পৰিচালিত হোৱা ভাল। শিশুক উপেক্ষা কৰি শিক্ষা দিবলৈ যোৱা মানে দেশক দুৰ্ব্বল কৰাৰ প্ৰয়াস কৰা। শিক্ষাৰ্থীক সততে সমাজ সচেতন কৰিব পৰাই হ'ল বুনিয়াদী শিক্ষাৰ উদ্দেশ্য। এই ক্ষেত্ৰত আশাতীত ভাবে সফলকাম হোৱা উমান নথকা নহয়।

প্ৰফেচাৰ নান চাহাবে শিক্ষাৰ উদ্দেশ্য ব্যক্তিৰ পূৰ্ণ বিকাশ বুলি কৈছে। অৱশ্যে অফুৰন্ত স্বাধীনতা দিলেই শিক্ষাৰ্থীৰ সম্পূৰ্ণ ব্যক্তিত্ব প্ৰকাশ পাব পাৰে বুলি গান্ধীজীয়ে কব নোখোজে। তেখেতৰ মতে কৰ্ম্ম শিক্ষাৰ মূল কেন্দ্ৰ স্বৰূপে লৈ পাঠ্যক্ৰমৰ বিষয়সমূহ কৃতকৰ্ম্মৰ লগত সংযোগ ঘটাই বাস্তৱ মুখৰ পৰিবেশত প্ৰদান কৰিব নোৱাৰিলে ব্যক্তিৰ বিকাশ সাধন নহয়। গান্ধীজীয়ে কোনো সিদ্ধান্তকেই চিৰদিনৰ কাৰণে গ্ৰহণযোগ্য বুলি ধৰি নলৈছিল। তেখেতৰ মতে যিকোনো সিদ্ধান্ত সময় সাপেক্ষেহে-চিৰন্তন নহয় শিক্ষাৰ বেলিকাও গান্ধীজীৰ মত এয়েই আছিল। তেখেতে আটাইবিলাক শিক্ষাবিদৰ কিতাপ পঢ়ি আঁতাই শিক্ষা বিষয়ে মত পোষণ কৰিছিল বুলি ধৰিলে ভুল কৰা হব। গান্ধীজীৰ প্ৰিয় শিষ্য মহাদেৱ দেশাইয়ে কোৱাৰ দৰে আমিও কব খোজো যে গান্ধীজীয়ে ফৰাচী দেশৰ চিন্তাশীল ব্যক্তি ৰু'চৰ 'এমিল' নামৰ কিতাপখন পঢ়া নাছিল। তথাপিও এমিলক যিদৰে শিক্ষিত কৰিবৰ কাৰণে ৰু'চৰ আগ্ৰহ প্ৰকাশ পাইছিল ঠিক সেইদৰে বুনিয়াদী বিদ্যালয়ত অধ্যয়ণ কৰা শিশুসকলকো উৎকৃষ্ট বাতাবৰণৰ সৃষ্টি কৰি শিকোৱাৰ ব্যৱস্থা কৰিছিল।

মহাপুৰুষ সকলৰ চিন্তাধাৰা প্ৰায় একে ধৰণৰ বুলি কব পৰা যায়। সেইদৰে শিক্ষাবিদসকলোৰো মতৰ ভিতৰত যথেষ্ট সাদৃশ্য থাকে। গান্ধীজী আৰু অন্যান্য প্ৰখ্যাত শিক্ষাবিদৰ ভিতৰত নীতিগত পাৰ্থক্য এযে যে গান্ধীজীৰ শিক্ষা দৰ্শন গঠিত হৈছে শিক্ষা জগতৰ মৌচাকৰ পৰিপ্ৰেক্ষিতত। এই মৌচাকত যেয়ে যি বিচাৰে তাৰে সমল বুটলিব পাৰে। গান্ধীজীয়ে মানুহক আক্ষৰিক দিশত শিক্ষিত হোৱাতকৈ সংযত শিক্ষা প্ৰদানৰ ওপৰত গুৰুত্ব অধিক দিছিল।

সৰ্ব্বোপৰি গান্ধীজীয়ে মানুহৰ হৃদয়, মস্তিষ্ক আৰু হস্তৰ প্ৰকৃত প্ৰশিক্ষণৰ ওপৰত গুৰুত্ব দিছে। ইংৰাজীত ইয়াক 3Hs বুলি কোৱা হয়। শিক্ষাৰ লক্ষ্য গান্ধীজীয়ে যিদৰে নিৰ্ণয় কৰিবলৈ সক্ষম হৈছে সেইদৰে অতীত কালৰ পৰা বৰ্ত্তমানলৈকে কোনো শিক্ষাবিদে নিৰ্ণয় কৰিবৰ কাৰণে সক্ষম হোৱা নাই বুলি কলেও অত্যুক্তি কৰা নহব। নিজৰ জীৱন কালতেই তেখেতৰ দৰ্শনে বিশ্বত এক আলোড়ণৰ সৃষ্টি কৰিছিল আৰু পঁযালগা যান্ত্ৰিক সভাতাৰ বিভীষিকাৰ পৰা মানৱ জাতিক ৰক্ষা কৰিবৰ কাৰণে গান্ধীজীৰ শিকনি আটাতকৈ গ্ৰহণযোগ্য! গান্ধীজীৰ মতে কিতাপ পঢ়ি জ্ঞানৰ পৰিসৰ বৃদ্ধি কৰিবলৈ সক্ষম হলেও সেই জ্ঞান অটুত হৈছে বুলি ধৰিব নোৱাৰি। কিতাপ পঢ়িলে মানুহে অনেক কথা শিকিব পাৰে কিন্তু ব্যৱহাৰিক জীৱনত কিতাপৰ পৰা আযত্ব কৰা সীমিত জ্ঞান ৰাশিয়ে ব্যক্তিৰ চলাৰ পথ সুগম কৰিব নোৱাৰে! গতিকে গান্ধীজীয়ে ব্যক্তিৰ মাজত কৰ্মৰ আৰু অনুভূতিৰ সমিলমিল আদান প্ৰদান হলেহে জ্ঞানৰ পৰিধি পুৰঠ হৈ উঠে বুলি বিশ্বাস কৰে।

অহিংসা নীতি সাৰোগত কৰি মানুহে কৰিব নোৱাৰা একো কামেই নাই বুলি গান্ধীজীয়ে ভাবে। শিক্ষাৰ্থীক অহিংসাৰ মন্ত্ৰেৰে দীক্ষিত কৰিবৰ কাৰণে বুনিযাদী বিদ্যালয়ত যথেষ্ট পৰিমানে আখৰা কৰা হয়। বুনিয়াদী শিক্ষাই সকলো কাম বুজাপৰাৰ মনোভাবেৰে সম্পাদিত কৰিবৰ কাৰণে ব্যৱস্থা কৰে। আসুৰিক বলৰ দ্বাৰা কোনো কামেই দীৰ্ঘম্যায়াদী

আৰু নিয়াৰিকৈ সমাধা কৰিব নোৱাৰি সেইকথাও শিশুসকলৰ মনত সুমাই দিবলৈ চেষ্টা কৰাৰ উপৰিও গঠনমূলক কামৰ পৰা লাভ হোৱা অভিজ্ঞতাৰ কথাও বুজিবলৈ সুবিধা দিয়া হয়।

গান্ধীজীয়ে তেখেতৰ অন্তৰ দৃষ্টিৰে বাৰুকৈয়ে দেখিবলৈ পাইছিল যে যুদ্ধৰ হুংকাৰে যেতিয়াই ভযাবহ ৰূপ ধাৰণ কৰিছে তেতিয়াই মানৱ জাতিৰ সুখ-শান্তি নাইকীয়া হৈ গৈছে। যুদ্ধৰ পিচত খন্তেকৰ কাৰণে শান্তি স্থাপন হলেও মানুহক ভয বা শক্তিৰ প্ৰতাপত চিৰদিনৰ কাৰণে বশ কৰি ৰাখিব নোৱাৰি। অহিংসাৰ শিক্ষা আজি জগত-বাসীয়ে গ্ৰহণ নকৰিলে মানুহৰ অস্তিত্ব বিলোপ হবলৈও বেচি দিন নালাগিব।

গান্ধীজীৰ আদৰ্শ আৰু তেখেতৰ কাৰ্যাবলী ভাৰতবৰ্ষৰ চাৰিসীমাৰ ভিতৰতে আবদ্ধ হৈ থকা নাই। গান্ধীজী হ'ল বিশ্বৰ নেতা। তেখেতৰ অন্তৰত মানৱ প্ৰেম ইমানেই বিকশিত হৈছিল যে তেখেতে সংকীৰ্ণ অৰ্থত, ৰাজনীতি, সমাজনীতি, অৰ্থনীতিৰ কথা চিন্তা কৰিবকে নোৱাৰিছিল। গান্ধীজী ভাৰতৰ নেতাৰো নেতা স্বৰূপ আছিল। তেখেতৰ শিষ্য আজি পৃথিবীত সিচৰিত হৈ আছে। সৌ সিদিনা আমেৰিকাৰ প্ৰিয় কৃষ্ণকায় নেতাক গুলীবিদ্ধ কৰোতে জগতে লুঠাৰ কিঙৰ মৃত্যু গান্ধীৰ দৰে হ'ল বুলি আখ্যা দিলে। ডেনমাৰ্কত গ্ৰাণভিদৰ (১৭৮৩—১৮৭২) অভ্যুদয় গান্ধীজীৰ দৰেই চিৰ যুগমীয়া হোৱাৰ কাৰণে হ'ল বুলি সেই গৰাকী নেতাই জাতীয় চৈতন্য জাগৃত কৰিবৰ কাৰণে উপযুক্ত ব্যৱস্থা হাতত লৈছিল! ডঃ সৰ্ব্ব-পল্লী ৰাধাকৃষ্ণনৰ ভাষাত কবলৈ গলে মহাপুৰুষ সকল কোনো এক যুগৰ কাৰণেই আদৰণীয় যে এনে নহয়। বীৰৰ বীৰত্বৰ কথা মানুহে পিচৰ যুগত পাহৰি যাব পাৰে কিন্তু মহাপুৰুষসকলৰ বানী উপেক্ষা কৰিবৰ কাৰো সাহ নাই। কোৰাণত এফাঁকি চমৎকাৰ কথা আছে—সেয়ে হ'ল—'মহাপুৰুষসকলৰ লিখনি মহা মহা শ্বহীদসকলৰ তপত তেজতকৈও অধিক পবিত্ৰ'। গান্ধীজীয়ে শিক্ষা সম্পৰ্কে যি মূল ধাৰণা জগত বাসীলৈ আগবঢ়াই গ'ল সেই শিক্ষা বৰ্ত্তমান যুগৰ কাৰণে যিমানে দৰকাৰী ইয়াৰ

পৰৱৰ্ত্তী যুগ বিলাকেও সিমানেই শ্ৰেষ্ঠ গ্ৰহণযোগ্য হব। ইযাৰ পৰা এইযাৰ কথা নিঃসন্দেহে কব পাৰি যে গান্ধীজী ভাৰতবৰ্ষৰেই এগৰাকী শিক্ষাবিদ নহয়। দৰাচলতে তেখেতক জগতৰ এগৰাকী অতি অগ্ৰণী শিক্ষাবিদ আৰু চিন্তানাযক বুলি গ্ৰহণ কৰিব পাৰি।

—o—

# যান্ত্ৰিক যুগত বুনিয়াদী শিক্ষা

বৰ্ত্তমান যুগ আৰম্ভ হৈছে যন্ত্ৰ সভ্যতাক গইনা লৈ। গতিকে এই যন্ত্ৰ যুগত বুনিযাদী শিক্ষাৰ দৰে হজুৰা শিক্ষাৰ কিবা আৱশ্য-কতা থাকিব পাৰে বুলি সৰ্ব্বসাধাৰণ মানুহে অনুমান কৰিব নোৱাৰে। গান্ধীজীযে আমাৰ দেশত যন্ত্ৰ শিল্পই ভুমুকি মৰাৰ বহু বছৰৰ পিচতো কিয বুনিযাদী শিক্ষাৰ প্ৰস্তাৱনা কৰিলে সেই বিষযে জনা দৰ্কাৰ। যন্ত্ৰশিল্পই মানুহৰ জীৱীকাৰ পথ যুগম কৰি দিছে যদিও অপকাৰো যে কৰা নাই এনে নহয। যন্ত্ৰসভ্যতাই কৃতিমতাৰ বীজ এনেদৰে সিচি দিছে যে যত যোত্ৰবান আৰু যোত্ৰহীনৰ ব্যৱধান বৰ্ত্তমান সময়ৰ দৰে পাৰ হৈ অহা যুগ বিলাকত হৈছিল বুলি মনে নধৰে। যন্ত্ৰৰ চকৰিযে মানুহক যন্ত্ৰৰ দাস কৰি পেলাইছে। যাৰ ফলত মানুহে খোৱা ভাত মুঠিৰ বাহিৰে ইহ কালৰ বা পৰকালৰ সজচিন্তা কৰিবলৈ অপাৰগ হৈ পৰিছে। সেই বাবেই গান্ধীজীযে কৈছিল আমাক যন্ত্ৰ লাগিব কিন্তু মানুহ যন্ত্ৰ চালিত নহৈ মানুহে যন্ত্ৰক হাতৰ মুঠিত ৰাখিবৰ বাবে জ্ঞান আহৰণ কৰিব লাগিব।

বিজ্ঞানৰ কাৰিকৰী দিশটো ইমানেই প্ৰকট হৈ পৰিছে যে ই সমগ্ৰ মানৱ মনৰ চিন্তাৰ আঁত হেৰুৱাই দিবৰ উপক্ৰম কৰিছে। মহাকাশচাৰীয়ে পৃথিবীৰ চাৰিও ফালে ৯০' মিনিটত এপাক মাৰিব

পৰা হৈছে। আৰু যন্ত্ৰবিজ্ঞানে কিমান অজানা বস্তুৰ জাননী দিব আগতীয়াকৈ কোৱা টান। যি সময়ত মানুহে এপ'লৰে জোনবাইৰ দেশলৈ উৰামাৰি যাব পৰা হল সেই সময়ত বুনিয়াদী বিদ্যালয়ত টাকুৰীৰে সূতাকটাত নিমগ্ন হোৱা মানে প্ৰগতিৰ কাটাডাল ওলোটা ফালে ঘূৰাবলৈ চোৱাৰ দৰেই হয়। অৱশ্যে এনেধৰণৰ মন্তব্যৰ গুৰি শকত বুলি কব নোৱাৰি। বুনিয়াদী শিক্ষাই যন্ত্ৰসভ্যতাত যে অধিকতৰ বৰঙণিহে দিবলৈ প্ৰয়াস কৰিছে তলত সেই বিষয়ে চমুকৈ আলোচনা কৰা হব।

বুনিয়াদী শিক্ষা হ'ল স্বৰূপতে উদ্যোগ কেন্দ্ৰীক। উদ্যোগ মানে হ'ল শিল্প। শিল্পকৰ্ম নকৰিলে মানুহ পুনৰ ৰ্ব্বৰতাৰ যুগলৈ ফিৰি যাব লাগিব। যি কোনো বস্তু বা কেচা মালৰ ৰূপান্তৰ ঘটাই ব্যৱহাৰৰ উপযোগী কৰি লোৱাকেই শিল্প বোলা হয়। ডাঙৰ ডাঙৰ কাৰখানাত যেনেকৈ চকুত ছাট মৰাকৈ বস্তুৰ ৰূপান্তৰ সাধন কৰা হয় সেইদৰেই সহজ সৰল নিয়মেৰে কৰা হয় কুটিৰ শিল্পৰ জৰিয়তে। ধৰিলোৱা হওক সূতা কটা কপাহী ডাঙৰ ডাঙৰ কলৰ কথা। ডাঙৰ কলতেই হওক বা ঘৰুৱা ব্যৱস্থাৰেই হওক সূতা-কাটিবৰ কাৰণে মূলত লাগিব কপাহ। তাৰ পিচত লাগিব সা-সৰঞ্জাম আৰু একেবাৰে শেষত লাগিব এচাম পাকৈত কৰ্মী। কেচা মাল সা সৰঞ্জাম আৰু কৰ্মী নহলে কোনো উদ্যোগ গঢ়ি উঠিব নোৱাৰে।

বুনিয়াদী বিদ্যালয়ত সূতাকটা, কাপোৰ বোৱা, বাহবেতৰ কাম, কমাৰ কুমাৰ, চামৰা আদিৰ যিবিলাক কাম কৰা হয় সেই বিলাক যন্ত্ৰৰ প্ৰাৰম্ভিক স্তৰ হে। যন্ত্ৰশিল্পই প্ৰাধান্যতা লাভ কৰাৰ আগতে পৃথিবীৰ সকলো দেশতে নিত্য ব্যৱহাৰ্য্য বস্তু বিলাক নিজৰ অঞ্চলতে প্ৰস্তুত কৰি লৈছিল। যিবিলাক কাম এনে দৰে কম খৰছতে আৰু কম মূলধন খটাই প্ৰস্তুত কৰা হয় তাকে কুটিৰ শিল্পজাত সামগ্ৰী বোলে।

বুনিয়াদী শিক্ষাত কুটিৰ শিল্পক উচ্চস্থান দিয়াৰ অৰ্থ এইয়ে যে ভাৰতবৰ্ষৰ মানুহ একালত অতি কৰ্মপটু আছিল। ভাৰতত

তৈয়াৰ হোৱা কাপোৰ ধাতুৰ নির্মিত বস্তু, আ অলঙ্কাৰ আদি সৌ সিদিনালৈকে ইউৰুপৰ ডাঙৰ ডাঙৰ চহৰ বিলাকত বিক্রীৰ কেন্দ্র আছিল। চীন দেশৰ পৰা পাট সূতা কঢ়িয়াই আনোতে যেনেকৈ silk route হৈছিল সেইদৰে ভাৰতত তৈয়াৰী হোৱা বস্তুৰ চাহিদা ইমানেই হৈছিল গৈ যে তাৰ ফলত (sea route) জল পথৰ সন্ধান বিচাৰি গৈ কলম্বছে আমেৰিকা আবিস্কাৰ কৰিলেগৈ। ভাস্কো-ডিগামাই জলপথৰ সন্ধান দিয়াত ভাৰতৰ ওপৰত ইউৰোপৰ বেপাৰী সকলৰ শেন চকু পৰিল। ফলত ভাৰতবর্ষই নিজৰ নিজস্ব প্রতিভা পাহৰি গৈ গোলামী মনোভাৱ গ্রহণ কৰিলে। গান্ধীজীয়ে ভাৰতীয় লোকৰ যি স্বকীয় কর্মণিপুনতা আছিল তাক পুণৰুদ্ধাৰ কৰিবৰ অর্থে ১৮ দফীয়া গঠনমূলক আচনি লয়। বুনিয়াদী শিক্ষা আৰু কুটিৰ শিল্পৰ প্রসাৰৰ ওপৰত বাপুজীয়ে যিমান গুৰুত্ব দিছিল অইন বিষয়ত সেইদৰে দিয়া নাছিল এই কাৰণেই যে শিক্ষাৰ খচৰা প্রস্তুত কৰাত পলম হলে দেশৰ পৰা দৰিদ্রতা, সংকীর্নতা আৰু অজ্ঞতা নাশ হোৱাত পলম হব। দৰিদ্রতা বিনাশৰ কাৰণেই বাপুজীয়ে কুটিৰ শিল্পক বুনিয়াদী শিক্ষাৰ প্রাণস্বৰূপ বুলি স্বীকৃতি দিয়ে।

গান্ধীজীৰ মতে যি শিক্ষাৰে মানুহে জীৱিকাৰ পথ সুগম কৰি লব নোৱাৰে সেইয়া কেতিয়াও লাগতীয়াল শিক্ষা হব নোৱাৰে। শিক্ষা কেতিয়াও যাদুঘৰত সজাই থোৱা সম্পদ নহয়। ভাৰতবর্ষ কৃষি প্রধান দেশ হৈও ভাৰতীয় মানুহেই বেছিকৈ পৃথিবীৰ ভিতৰত লঘোণে ভোকে দিন নিয়াব লগাত পৰিছে। গান্ধীজীয়ে বুজিছিল যে শিক্ষাত শ্রমৰ মিশ্রন নোহোৱাৰ কাৰণেই এনে দুখ লগা পৰিস্থিতি হবলৈ পাইছে। বিদ্যালয়ত ছাত্রই কায়িক শ্রম কৰাটো বৰ বিশেষ নতুন কথা নহয়। খেল ধেমালি কৰিলেও অঙ্গ প্রত্যঙ্গৰ সঞ্চালন হয় আৰু পিচত মনটো বৰ ফৰকাল লাগে। আমেৰিকা আদি দেশৰ ছাত্রৰ মনোযোগ আকর্ষণ কৰিবৰ কাৰণে দেধাৰ বস্তু ব্যৱহাৰ কৰিবলৈ দিয়া হয়। গান্ধীজীয়ে দুখীয়া দেশৰ লৰাছোৱালীয়ে ব্যয়বহুল

ব্যবস্থাৰে শিক্ষা আহৰণ কৰাৰ পক্ষপাতী নাছিল। সেইবাবেই ঘৰত আমাৰ লৰাছোৱালীয়ে পিতৃমাতৃক যেনেকৈ কামবনত সহায় কৰি গৃহস্থৰ মঙ্গল চিন্তা কৰে সেই অনুক্ৰমেই বিদ্যালযতো শিক্ষকক সহায় কৰাটো একো বেয়া হব নোৱাৰে বুলি গান্ধীজীয়ে অনুভব কৰিছিল। শিশুৰ দৈহিক আৰু মানসিক বিকাশ সাধনৰ কাৰণে খেলে যিমান সহায় কৰিব পাৰে; শিশুৰ কাৰণে মনোগ্ৰাহী কাম বাছিলৈ কৰিবলৈ দিলেও তাতকৈ কম বিকাশ নকৰে বৰঞ্চ অধিকতৰ হব বুলিহে শিশু মনস্তাত্বিক সকলে কয়। তেখেত সকলৰ মতে কাম আৰু খেলাধূলাৰ মাজত বৰ বিশেষ নীতিগত পাৰ্থক্য নাই। গান্ধীজী এগৰাকী মনোবিদ পণ্ডিত নাছিল যদিও তেখেতে যিমান পৰিষ্কাৰ কৈ মানৱ মনৰ বিষয়ে নেজানিছিল সেই পৰিমাণৰ বাস্তব জ্ঞান ভাৰতবৰ্ষতে নহয় পৃথিবীৰ ক'তো দ্বিতীয় জনৰ আছিল বুলি কোৱা টান। বুনিযাদী পাঠ্যক্ৰমত যি বিলাক উদ্যোগৰ উল্লেখ কৰা হৈছে সেই বিলাকৰ অনুশীলন সদায় একে ধৰ্মী যে হব লাগিব তাৰ ধৰা বন্ধা নিযম নাই। সামাজিক চিন্তাৰ পটভূমিতহে উদ্যোগ শিক্ষাই গতি সলাব লাগিব। স্বাধীনোত্তৰ কালত ভাৰতৰ সকলো ঠাইতে কৃষিৰ উন্নতি সাধনৰ কাৰণে সৰুসুৰা যন্ত্ৰ প্ৰয়োগৰ ব্যবস্থা চলিছে। যদি কোনো ঠাইৰ ৰাইজে হালবোৱা ট্ৰেক্টৰ ব্যৱহাৰ কৰিছে তেন্তে সেই ঠাইত অৱস্থিত বুনিয়াদী বিদ্যালয়ৰ ছাত্ৰই ট্ৰেক্টৰৰ বিষয়ে জানিলেই নহব—তাৰ সৰুসুৰা কিটিপ কাটাপ বিলাকৰ বোধ জন্মিব লাগিব আৰু সেই যন্ত্ৰটো সাধাৰণ ভাৱে বিকল হলে কেনেকৈ মেৰামতি কৰিব লাগে সেই বিষয়েও সম্যক জ্ঞান পাব লাগিব। গতিকে ট্ৰেক্টৰ মেৰামতি কাৰখানা আৰু বুনিয়াদী বিদ্যালয় ওচৰা ওচৰিকৈ স্থাপন হোৱা ভাল। অৱেশ্য এইষাৰ কথা পৰামৰ্শ হিচাবেহে ইয়াত দিয়া হ'ল।

যন্ত্ৰযুগত মানুহ অতিকৈ তজ্‌বজীয়া হব লাগিব। যন্ত্ৰশিল্পত নিয়োজিত লোক অনুসন্ধিৎসু হোৱা দৰ্কাৰ, নহলে আগতে উল্লেখ কৰি অহাই হৈছে যে ইয়াৰ অন্যথাই তেওঁলোক যন্ত্ৰৰ দাস হৈ পৰিব।

তজবজীয়া হোৱাটোও এটা গুণ আৰু ইয়াক অভ্যাস বিনে আয়ত্ব কৰা অসম্ভৱ। প্ৰাথমিক বিদ্যালয়তে শিশুক পাৰ্য্যমানে তৎপৰ হবলৈ শিকাব লাগে। আক্ষৰিক জ্ঞানে শিশুক আগ্ৰহী কৰিব নোৱাৰে। আগ্ৰহ জন্মাবৰ কাৰণে পৰিবেশ সৃষ্টি কৰিব লাগিব। বুনিয়াদী বিদ্যালয়ৰ পৰিবেশ অতি ব্যাপক। উদ্যোগ, সমাজ আৰু প্ৰকৃতি এই তিনিওটি দিশ বুনিয়াদী শিক্ষাই আওকান কৰা নাই। শিক্ষাৰ্থীৰ মনলৈ হীনাত্মিকা ভাব নাহিবৰ কাৰণেও হাতৰ কামৰ শিক্ষা নিতান্ত প্ৰয়োজন হয় বাবেই বুনিয়াদী শিক্ষাত অগ্ৰাধিকাৰ দিয়া হৈছে।

অৱশ্যে ইয়াত এটা প্ৰশ্ন হয়। "যান্ত্ৰিক যুগত বুনিয়াদী শিক্ষাই হেঙাৰ নিদিবনে"? নিদিয়ে বুলি এক আষাৰতে কৈদিব পাৰি। এই শিক্ষাই শিশুৰ আত্মবল বৃদ্ধিকৰে, সামাজিক চেতনা জগাই তোলে আৰু এক বাস্তব সত্যৰ লগত সম্বন্ধ ঘটাই দিয়ে। বুনিয়াদী শিক্ষাই কাল্পনিক আদৰ্শত শিশু সমাজক ডুবাই ৰাখিবলৈ প্ৰয়াস কৰা নাই। বুনিয়াদী শিক্ষাৰে অনুপ্ৰাণিত ব্যক্তি কেতিয়াও সন্দেহী হব নোৱাৰে। যন্ত্ৰশিল্পই মানৱসমাজলৈ যি অৰ্থনৈতিক অসমতা কঢ়িয়াই আনিছে তাক উচ্ছেদ কৰিবৰ কাৰণে যুগান্তৰকাৰী বুনিয়াদী শিক্ষাই পৰিকল্পনা হাতত লৈছে। যন্ত্ৰ সভ্যতাৰ বেয়া ফালটো অন্ধকাৰৰ পৰা পোহৰলৈ আনি নিকা কৰাৰ ব্যৱস্থা বুনিয়াদী শিক্ষাই আগবঢ়াইছে। গতিকে কৃষি প্ৰধান দেশৰ কাৰণে বুনিয়াদী শিক্ষা যিমানেই দৰকাৰী সেইদৰে এই শিক্ষাৰ আৱশ্যকতা যান্ত্ৰিক দিশত আগবঢ়া দেশৰ কাৰণেও নোহোৱা নহয়। বৰঞ্চ অধিকতৰ বুলিহে কব পাৰি। য'ত যন্ত্ৰ শিল্পই প্ৰাধান্যতা লভিছে তাতেই আজি বিপ্লৱৰ বীজে গজালি মেলিছে। পৃথিবীত যাতে দ্বিতীয়বাৰৰ বাবে এটম বোমা ব্যৱহাৰ কৰা নহয় তাৰ কাৰণে সকিয়নি দিবলৈও বুনিয়াদী শিক্ষাৰ দৰকাৰ হৈছে। মুঠৰ ওপৰত যন্ত্ৰযুগলৈ এক উন্নত বুজাপৰাৰ আবহাওৱা সৃষ্টি কৰিবৰ কাৰণে বুনিয়াদী শিক্ষাৰ নিতান্ত প্ৰয়োজন বুলি কলে সত্যৰ অপলাপ কৰা নহব। গান্ধীজীয়ে তেখেতৰ সমস্ত জীৱন কালত অহিংসা আৰু বিজ্ঞানক

ওচৰ চপাই আনিবৰ কাৰণে যত্ন কৰিছিল । আজিৰ বিজ্ঞানত অহিংসাৰ বীজমন্ত্ৰ নথকা কাৰণেই যুদ্ধৰ ভাবুকি আছে। আজি যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ নিৰ্মান কৰাত যিমান কোটি টকা খৰচ কৰা হৈছে তাৰ শতাংশও যদি খাবলৈ নোপোৱা, পিন্ধিবলৈ নোপোৱা আৰু আশ্ৰয়হীন আমি বাসকৰা পৃথিবীখনৰ লোকসকলৰ কাৰণে কৰিলেহেঁতেন তেনেহলে আজিৰ পৃথিবীৰ চেহেৰা বেলেগ হ'লহেতেন ! সেয়ে যান্ত্ৰিক যুগত অহিংসা নীতি আৰু বিজ্ঞানৰ ব্যৱহাৰিক ফালটোৰ মাজত জোৰা লগাবলৈ বুনিয়াদী শিক্ষাই আগ্ৰহ দেখুৱাইছে । এখন বুনিয়াদী বিদ্যালয়ৰ বাবে কেনেধৰণৰ উদ্যোগ উপযুক্ত হব পাৰে সেইটো বহলাই নকলেও হয় । আমাৰ যি কুটিৰশিল্প আছে সেয়ে যদি প্ৰকৃত সমাদৰ পাবলৈ আৰম্ভ কৰি দিয়ে তেন্তে কুটিৰ শিল্পৰ প্ৰসাৰতা হোৱাৰ উপৰিও শিশুৰ বিৰাট সমাজ খনকো সৃষ্টিমুখী কৰি তুলিব পাৰি । ইয়াৰ পৰিবৰ্ত্তে যদি বৃহৎ যন্ত্ৰ স্থাপনৰ ওপৰত দাবী তুলি বহি থকা যায় তেন্তে তাৰ পৰা শিক্ষাৰ্থীৰ একো উপকাৰ নহয়। অৱশ্যে যিবিলাক বস্তুৰ দ্বাৰাই আমি কেচাঁ মালৰ ৰূপান্তৰ ঘটাওঁ তাকে যন্ত্ৰ বুলি গণ্য কৰিব পাৰোঁ। টাকুৰীটো দেখাত অতি নগণ্য হলেও ইয়ো যন্ত্ৰৰ এক আহিলাহে। পৰিচালক নহলে যন্ত্ৰই নিজ ইচ্ছাৰে একো কৰিব নোৱাৰে। গতিকে যি যন্ত্ৰ যুগ ভাৰতবৰ্ষলৈ আহিব ধৰিছে তাক ৰোধ কৰাৰ উপায় নাই। এই সভ্যতা ওফৰাই আমি মধ্য যুগলৈও যাব নোৱাৰোঁ। যন্ত্ৰ যুগক আমাৰ মজিয়ালৈ কঢ়িয়াই আনিবৰ কাৰণেহে বুনিয়াদী শিক্ষাই চিন্তাশীল লোক গঢ়িবলৈ চাইছে। ক'তো অন্তৰায়ৰ সৃষ্টি কৰিবলৈ ওলোৱা নাই।

—x—

# আত্মনিৰ্ভৰশীল শিক্ষাৰ আৱশ্যকতা

মানৱ সমাজত শিক্ষিত ব্যক্তিৰ সমাদৰ সবাতোকৈ ওখত। অতি পুৰনি কালৰ পৰাই মানুহে শিক্ষিত লোকক শ্ৰদ্ধা কৰি আহিছে। শিক্ষাৰ অবিহনে মানুহে সংসাৰত একো কৰিব নোৱাৰে। সেয়েহে লৰ্ড ৰাছেলে কৈছে যে ন-ন- পৰিস্থিতিত প্ৰবেশ কৰিবৰ কাৰণে শিক্ষাৰ নিতান্ত প্ৰয়োজন। আজিৰ পৰা প্ৰায় ২০০০ বছৰৰ আগতে গ্ৰীচ দেশত যুগজয়ী পণ্ডিত এৰিষ্টটেলে শিক্ষাৰ ওপৰত প্ৰাধান্য দিবলৈ গৈ এনে যুক্তি দাঙি ধৰি গৈছে যে তাৰ তুলনা অন্য শিক্ষাৰ কাপত পোৱা নাযায়। তেখেতে শিক্ষিত লোকক জীৱন্ত আৰু অশিক্ষিত লোকক মৃতপ্ৰায় লোকৰ লগত ৰিজাইছিল। কটাৰীৰ চোকা ধাৰৰ দৰে শিক্ষিত লোকৰো কৰ্ম নিপুনতা আৰু চিন্তাধাৰা যথাৰ্থতে অশিক্ষিত লোকতকৈ অধিকতৰ। এইযে আছিল তাহানিৰ দিনৰ মানুহৰ শিক্ষা সম্পৰ্কে মোটামুটি ধাৰনা।

ভাৰতবৰ্ষ এখন অতি প্ৰাচীন দেশ। এই দেশৰ জ্ঞান গৰিমাৰ বিষয়ে প্ৰকৃত তথ্য পাতি আবিষ্কাৰ হোৱা নাই যদিও যি কেইপদ জালিকটা সম্পদ আছে সেয়ে ৰিঙিয়াই ঘোষণা কৰিব লাগিছে যে ভাৰতবৰ্ষৰ অতীত বৰ্ত্তমানতকৈও সমুজ্জ্বল আছিল। সংস্কৃত ভাষাক পোহৰলৈ উলিয়াই অনা পশ্চিমীয়া শিক্ষাবিদ সকলৰ ভিতৰত মেক্সমূলাৰৰ নাম সবাতোকৈ শ্ৰেষ্ঠ। তেখেতে এঠাইত উল্লেখ কৰি গৈছে যে অতীতত ভাৰতবাসীৰ দৰে কোনো দেশৰ লোকে জ্ঞানবিজ্ঞানৰ দৰবাৰত জোৱাৰ তুলিব পৰা নাছিল। অৱশ্যে নৱভাৰত গঢ়িবলৈ ওলোৱা ডেকা শক্তিয়ে আজি উক্ত সংস্কৃত পণ্ডিত মেক্সমূলাৰৰ সাৱধানবাণীও স্মৰণ কৰি কৰ্ত্তব্য পথত আগ বাঢ়ি যাব লাগিব।

জাতিৰ উত্থান-পতন আছেই। খলা-বমা অতিক্রম কৰিয়েই মানৱ সমাজে বিভিন্ন যুগত সময়ৰ খোজে মাটিত পেলাই আগ বাঢ়ি গৈয়েই আছে। মানৱৰ যাত্ৰাৰ অন্ত নাই। একালত জ্ঞানৰ বিকাশৰ পথত বিস্তৃতি লাভ কৰিবলৈ সমৰ্থ হোৱা ভাৰতবৰ্ষলৈও অন্ধকাৰ নামি আহিবলৈ সৰহ দিন নালাগিল। ভাৰতবৰ্ষই স্বাধীনতা হেৰুৱাই গোলামীৰ মনোভাৱ গ্ৰহণ কৰি নিজৰ বিবেকক দ্বিতীয় স্থান দি বিদেশী শাসকৰ বহতীয়া স্বৰূপ হৈ পৰাত প্ৰকৃত পক্ষে ২০০ (দুশ) বছৰাযা ইংৰাজ-শাসনৰ কলেৰৰ চকুৰে মনিব নোৱাৰাকৈ ভালেমান বছৰলৈ আকোৱালি লোৱাত ইতস্তত কৰা নাছিল বিশেষকৈ এচাম শিক্ষিত লোকে। পৰাধীন ভাৰতবৰ্ষত ইংৰাজ সকলে যি আউলীয়া শিক্ষা প্ৰদান কৰিলে সেই শিক্ষা দোষ মুক্ত বুলি আনেটো নকয়েই যি চতুৰ শাসক বৰ্গ ই এই শিক্ষাৰ প্ৰস্তাৱনা কৰিছিল সেই সকলেও দেখ্‌দেখকৈ এই শিক্ষাৰ পৰিণতি কি হবগৈ পাৰে তাৰ ভবিষ্যদ্বানী কৰি গৈছে। ইংৰাজী ১৮৩৪ চনত শিক্ষাৰ মাধ্যমলৈ যেতিয়া এখন বঢ়িয়া বাক যুদ্ধৰ আৰম্ভ হয় তেতিয়া কেন্দ্ৰীয় চৰকাৰৰ আইন উপদেষ্টা লৰ্ড মেকলৈ চেৰে ইংৰাজী শিক্ষাৰ অন্তৰালত কি পুথি থোৱা হব বঢ়িয়াকৈ চনদ আকাৰে লিখি ৰাখি গৈছে। আজিৰ দিনত সেই কথা আলচ কৰিবলৈ ভাল নালাগে কিয়নো আমাৰ দেশবাসীৰ দুৰ্বলতাৰ সুযোগ নোপোয়াহলে সেই শাসক বৰ্গৰ তেনে কথা প্ৰকাশ কৰিবলৈ সাহস অৰ্জন কৰিব নোৱাৰিলেহেঁতেন।

## চালনীৰে সৰকা শিক্ষা ঃ

ইংৰাজ বিষয়া সকলে ভাৰতবৰ্ষত পৃথককৰণ নীতি বলবত্‌ কৰি দেশবাসীক দুৰ্বল কৰি ৰখাৰ নীতি গ্ৰহণ কৰিছিল। শিক্ষাৰ ক্ষেত্ৰতো এই একে নীতিকেই ব্যাহত ৰাখিছিল। চালনীৰ বিন্ধাৰে সৰকি যি দুই-চাৰিজনে যাব পাৰে সেই অনুক্ৰমেহে ইংৰাজী শিক্ষা ভাৰতবৰ্ষৰ লৰা ছোৱালীয়ে লব পাৰিছিল। অৱশ্যে শিক্ষাত যে ক্ৰুটি মাত্ৰাধিক আছিল

সেই বিষযে বুজি উঠিবলৈও দুই একৰ সৰহ সময় নালাগিল। যুগজয়ী নেতা মহাত্মা গান্ধী, ৰবীন্দ্ৰনাথ ঠাকুৰ প্ৰমুখ্য চিন্তাশীল ব্যক্তি সমূহে ইংৰাজী শিক্ষাৰ পয়োভৰ ৰোধ কৰন দেখদেখকৈ ব্যৱস্থা কৰিলে। তেখেতসকলে মুখেৰে বিৰোধিতা কৰিয়েই ক্ষান্ত থকা নাছিল আহিও দাঙি ধৰিলে। ইয়াত আমি বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ শিক্ষা, সম্পৰ্কে আলোচনা নকৰি গান্ধীজীয়ে দেখুৱাই দি থৈ যোৱা বাস্তৱধৰ্মী বুনিয়াদী শিক্ষাৰ এক মৌলিক তত্ত্ব “স্বাৱলম্বন শিক্ষাৰ” বিষযেহে আলোচনা কৰিম। শিক্ষা সম্পৰ্কে গান্ধীজীৰ অভিমত ইমানেই প্ৰাঞ্জল আৰু ব্যপক আছিল যে নিৰপেক্ষ ভাবে গান্ধীজীক অন্য শিক্ষাবিদ্‌ৰ লগত তুলনা কৰি চালেও তেখেতৰ আসন সবাতোকৈ ওখত বুলি গন্য কৰাটো উচিত হব। বুৰঞ্জীয়ে ঢুকি পোৱা দিনৰ পৰা বৰ্ত্তমানলৈকে যিমান বিলাক ঐতিহাসিক বিচাৰ হৈছে সেই বিচাৰত গান্ধীজীয়ে যেনেকৈ চক্কেটিচকো চেৰ পেলাইছে সেইদৰেই পেলাইছে যি কোনো দেশৰ শিক্ষাবিদ্‌ক। মৃতপ্ৰায উপমহাদেশখনৰ অধিবাসী সকলক পুনৰ পোহৰৰ পথলৈ আনিবৰ কাৰণে শিক্ষাৰ বহুল প্ৰসাৰৰ ওপৰত গুৰুত্ব গান্ধীজীযে যি দৰে দিবলৈ চেষ্টা কৰিছিল সেইধৰণৰ প্ৰচেষ্টা ভাৰতবৰ্ষত আনে কৰিছিল বুলিও কোৱা নাযায়! স্কুলীয়া শিক্ষাৰ আটাই কেউটা স্তৰৰ কথা ফহিয়াই চালে দেখিবলৈ পোৱা হয় যে প্ৰাথমিক স্তৰটোৱেই হ'ল আটাইতকৈ ব্যাপক—ই পৰিমাণৰ ক্ষেত্ৰতেই বোলক, অৰ্থ মঞ্জুৰী বেলিকাই বোলক। ইংৰাজ শাসক বৰ্গই তেওঁলোকৰ কোনো কামত নহা স্তৰৰ শিক্ষাবুলিযেই বোধকৰো শ শ বছৰ প্ৰাথমিক শিক্ষাৰ উন্নতিৰ কাৰণে একো নকৰিলে। প্ৰাথমিক শিক্ষাই বিদেশী শাসক বৰ্গৰ পৰা মাহী আইৰ লেৰেলা আদৰ সাদৰ পাই আহি খাবলৈ ভাল বস্তু নাপাই অস্বাস্থ্যকৰ পৰিবেশত লালিত হৈ মেলেৰীয়াই আক্ৰান্ত কৰা শিশুটিৰ দৰেই থিয়হৈ থাকিব লগাত পৰিল। গান্ধীজীয়ে বেছ ভালকৈয়ে বুজি পাইছিল যে এনেহেন শিশুক ৰোগমুক্ত কৰিবৰ কাৰণে যি দৰে খাটি ঔষধ পৰিবেশন কৰিব লাগিব সেইদৰেই লাগিব প্ৰাথমিক শিক্ষাৰ

উত্তৰোত্তৰ উন্নতিৰ বাবে এক উন্নত পদক্ষেপ যাৰ দ্বাৰাই এই শিক্ষাৰ হ্রাস পোৱা মানদণ্ড উন্নীত নহৈ নোৱাৰে।

## সময়ৰ আহ্বান ঃ

স্বাযত্ব শাসন প্রতিষ্ঠিত হোৱাৰ লগে লগেই গান্ধীজীয়ে শিক্ষা সম্পর্কে মাত মতাৰো দিন পৰে আৰু এক মুহূৰ্ত্তও সময় নেহেৰুৱাই তেখেতে ভাবী বংশধৰ সকলৰ কাৰণে এক শিক্ষাৰ পৰিকল্পনাৰ খচৰা যুগুত কৰি দেশবাসীৰ হাতত অৰ্পণ কৰে। সেইয়া হ'ল ১৯৩৭ চনৰ কথা। দেশৰ নেতৃস্থানীয় লোকসকলে গান্ধীজীৰ অৱদান শিৰত তুলি ললে আৰু ২য় মহাযুদ্ধৰ আগলৈকে বুনিযাদী শিক্ষা কংগেছ শাসিত প্রদেশ কেইখনত প্ৰৱৰ্ত্তনৰ কাৰণে যো-জা চলিল। বুনিযাদী শিক্ষা সম্পর্কে বুজ লবৰ কাৰণে সুদূৰ ইংলণ্ড, আমেৰিকা আদি দেশৰ পৰা খ্যাতনামা শিক্ষাবিদ্ আহি সেৱাগ্রামত মিলিত হ'ল হি। কিছু সংখ্যকে এই আৰ্হিত নিজ দেশত প্রাথমিক বিদ্যালয স্থাপনৰ কাৰণেও সংকল্প লৈ স্বদেশলৈ ফিৰি গ'ল।

## আত্মনিৰ্ভৰশীলতাৰ শিক্ষা ঃ

বুনিয়াদী শিক্ষাৰ যি কেইটা চমৎকাৰ মৌলিক তত্ত্ব আছে তাৰ ভিতৰত বিদ্যাৰ্থীয়ে আত্মনিৰ্ভৰশীল হবলৈ স্থান লাভ কৰাটোও অন্যতম বুলি কোৱা হয়। ভাটৌৰ দৰে কিতাপৰ পৰা বাচি বাচি কেইটামান বিষয় মুখস্থ কৰাকেই শিক্ষা বুলি কোৱা নহয। শিক্ষালয-শিক্ষালয়েই। ই লৰাৰ খেলাৰ গৃহ স্বৰূপ হব নোৱাৰে। ধনী দুখীয়া উভয় লোকৰ সন্তানে এই বিদ্যালয়ত কষ্ঠ আৰু নিষ্ঠাৰে জ্ঞান অৰ্জন কৰিবই লাগিব। শিশুৰ চৰিত্র গঠনৰ দৰে মহৎ কাৰ্য্যও বিদ্যালয়তে সম্পাদিত হব লাগিব। ৰাষ্ট্ৰৰ পৰিচালক বৃন্দও প্ৰস্তুত হব লাগিব—এই মানুহ নিৰ্মাণ হোৱা কাৰখানা বিলাকতে। গতিকে এনে শিক্ষাৰ পাতনি মেলিব লাগিব যাৰ

দ্বাৰাই শিক্ষাৰ্থীৰ ব্যক্তিত্বৰ সম্যক বিকাশ হ'ব যাৰ দ্বাৰাই দেশৰ পৰা অজ্ঞতা, ধৰ্মান্ধতা আঁতৰি যাব আৰু যাৰ দ্বাৰাই দেশত পোত খাই থকা সম্পদ ৰাজি উদ্ঘাটিত হৈ দেশৰ শ্ৰীবৃদ্ধি হ'ব। এনে এখন সমাজৰ সৌধ ৰচনা কৰিবৰ কাৰণেই গান্ধীজীয়ে বুনিয়াদী শিক্ষাত উপাৰ্জনৰ দিশ গাৰ লগত ছাটা থকাৰ দৰেই সাঙুৰি দিছিল। একমাত্ৰ কিতাপৰ জ্ঞানত চহকী লোকৰ দ্বাৰা দেশৰ বৰ উন্নতি নহয় সেই বিষয়ে গান্ধীজীয়ে দঢ়াই দঢ়াই কৈ গৈছে।

## সমালোচকৰ দৃষ্টিত বুনিয়াদী শিক্ষা :

গান্ধীজীয়ে গঠনমুখী সমালোচনা সদায় বাঞ্ছা কৰিছিল। নিজৰ ভুল ঢাকি ৰখাৰ চেষ্টা গান্ধীজীয়ে কেতিয়াও কৰা নাছিল। অৱশ্যে কিছু সংখ্যক বুনিয়াদী শিক্ষাৰ সমালোচকে শিক্ষাত উপাৰ্জনৰ দিশটো শিশুৰ কাৰণে ক্ষতিকৰ বুলিহে কোৱা শুনা যায়। ভাৰতবৰ্ষৰ দৰে দুখীয়া দেশৰ শতকৰা ৯০ জন লৰা-ছোৱালীয়ে সততে ঘৰত পিতৃ-মাতৃক অতি চালুকীয়া অৱস্থাৰ পৰাই সহায় কৰে। বিদ্যালয়ত শিক্ষকক সহায় কৰিবলৈ দিয়াৰ পৰা কিবা অপকাৰ হ'ব পাৰে বুলি গান্ধীজীয়ে ভবা নাছিল আৰু নিজৰ ঘৰ খনৰ দৰে বিদ্যালয়খনো ধুনীয়া কৰি ৰাখিবলৈ যি পৰিশ্ৰমৰ আৱশ্যক সেই ফেৰা ছাত্ৰৰ পৰা আদায় কৰাৰ পৰা অপকাৰ হ'বই নোৱাৰে। গান্ধীজীয়ে বৰ্ণ পৰিচয় ঘটোৱাৰ আগতে শিক্ষাৰ্থীৰ স্নায়ু বিলাক সতেজ আৰু তীক্ষ্ণ কৰি লোৱা ভাল বুলি কয়।

## পাঠ্যক্ৰমত কামৰ স্থান :

বুনিয়াদী-শিক্ষা দেশত প্ৰৱৰ্ত্তন হোৱাৰ আগৰে পৰাই আমাৰ বিদ্যালয় সমূহত কাম কাজ কৰোৱাৰ দিহা কৰা হৈছিল যদিও তেতিয়াৰ দিনত বিষয় জ্ঞানৰ ওপৰত- সৰ্বাধিক স্থান আৰোপ কৰি মাত্ৰ বিদ্যালয়

ছুটীৰ আগে আগেই হয় ব্যায়াম নহয় হাতৰ কামৰ শিক্ষা দিয়া হৈছিল। বুনিয়াদী শিক্ষাই শেষৰ ঘণ্টাতো ১ম ঘণ্টাত আনি দি সিমানতে দায়িত্বৰ সামৰণি মাৰিছে বুলি ধৰিলে ভুল কৰা হব। শিশুৰ স্বভাবজাত বৈশিষ্টলৈ লক্ষ্য ৰাখিহে শিক্ষালয়ত কাম সংযোগ কৰা হৈছে। যি দেশৰ শিক্ষা ব্যৱস্থাত বৌদ্ধিক শিক্ষা আৰু উদ্যোগ শিক্ষাৰ মাজত সুন্দৰ যোগসূত্ৰ নিৰ্মাণ কৰা হৈছে সেই দেশেই বৰ্তমান সময়ত উন্নতিৰ পথত আগবাঢ়ি গৈছে। পাঠ্যক্ৰমত উক্ত বিষয় দুটাৰ ভিতৰত ভাৰসাম্যতা ৰক্ষা কৰাটো বৰ সহজ কথা নহয়। অতীত গ্ৰীচদেশৰ শিক্ষাত বোলে এনে সমতা স্থাপন কৰা হেতুকেই অতীত গ্ৰীচ বাসীয়ে উন্নতি কৰিব পাৰিছিল। বৰ্ত্তমান সময়ত শ্ৰমৰ ওপৰত গুৰুত্ব যি দৰে দিয়া হৈছে তাৰ পৰাই এইটো কথা উপলব্ধি কৰিব পাৰি যে শ্ৰমবিহীন শিক্ষা অবাস্তৱ আৰু অন্তঃসাৰশূন্য। ১৯৬৪ চনত অনুষ্ঠিত হোৱা কোঠাৰী শিক্ষা আয়োগে শিক্ষাৰ সমূদায় স্তৰতে শ্ৰমৰ ব্যৱস্থা ৰাখিবৰ কাৰণে প্ৰস্তাৱ দাঙি ধৰিছে। বাস্তৱ সমাজখনৰ কথা পাহৰি গৈ কৃটিম সমাজৰ বুনিয়াদ সৃষ্টি কৰাৰ পৰা কাৰো লেশ মানো উপকাৰ নহয়।

## বুনিয়াদী শিক্ষাত উপাৰ্জ্জন ঃ

পূৰ্ব প্ৰস্তুতি অনুসৰি বুনিয়াদী বিদ্যালয়ৰ প্ৰত্যেক ছাত্ৰই কিছু বছৰ উপাৰ্জ্জন কৰাটো বাধ্যতামূলক হিচাবে গণ্য কৰা হৈ আহিছে। সময়ৰ পৰিবৰ্ত্তনৰ লগে লগে আয়ৰ মাত্ৰা কম বেচি বা একেবাৰে নহবও পাৰে। কিন্তু আয়ৰ দিশৰ কথা সততে বিবেচনা নকৰি শিক্ষক সকলে শিক্ষাৰ্থীৰ উপকাৰৰ বিষয়েহে চিন্তা কৰাটো উচিত হব। আমাৰ দৰে দুখীয়া দেশৰ লৰাই কামটো শিকিবৰ কাৰণে যি বিলাক কেচা মাল সংগ্ৰহ কৰা হয় অন্ততঃ তাৰ দামো উলিয়াবলৈ যত্ন কৰাটো একো বেয়া কথা নহয়। যি সকলে নিজ দেশক ভাল পায় সেইসকল ছাত্ৰই নিজ হাতে তৈয়াৰ কৰা বস্তু কিনিবৰ কাৰনেও অকনো কুণ্ঠা বোধ নিশ্চয় নকৰিব। ক্ৰেতা সকলে নিশ্চয় গৰ্ববোধহে কৰিব বুলি ধৰা উচিত হব।

## বুনিয়াদী বিদ্যালয়ৰ গৃহ পৰিবেশ আৰু সজুলি ঃ

আমাৰ দেশৰ প্ৰাথমিক বিদ্যালয় বিলাকৰ অৱস্থা বৰ বেয়া। নগৰৰ দুই চাৰিখন উৎকৃষ্ট বিদ্যালয়ৰ বাহিৰে দেশৰ শতকৰা ৯০ (নব্বৈ) খন বিদ্যালয়ৰ কি ঘৰ কি চৌহদ, কি আচবাব, কি শিক্ষাদানৰ সজুঁলি একোৱেই চকুত লগা নহয়। চৰকাৰৰ পৰা দিয়া মাহিলী শিক্ষকৰ বেতন দিয়াতেই উদং হৈ যায়। বাকী বিলাকত ছটিয়াবলৈ ধন নাথাকেই। এনেহেন অৱস্থাত আজি দেশৰ অনেক ছাত্ৰই শিক্ষা লাভ কৰি আহিছে। এই অৱস্থাৰ উন্নতি কেতিয়ামানে হবগৈ কোৱা টান।

মানুহে ইচ্ছা কৰিলে কম খৰছতে বহুতো কাম কৰি লব পাৰে। ইচ্ছাই হৈছে সকলো উন্নতিৰ মূল বস্তু। বিদ্যালয়ত যি বিলাক ছাত্ৰ পোৱা যায় সেই সকলৰ শিক্ষাৰ প্ৰতি নাইবা কামৰ প্ৰতি আগ্ৰহ নোহোৱা নহয়। আগ্ৰহৰ প্ৰতি শিক্ষকে আৰু সমাজে যদি প্ৰকৃত সহাৰি আগ বঢ়ায় তেনেহলে সৰুসুৰা অসুবিধা নিজে নিজেই দূৰ কৰিব পাৰিব। বিদ্যালয়খন দেখিবলৈ শুৱনী কৰি ৰখাটো সকলোৰে কাম্য হলেও অনুস্থানটি কেনেদৰে সজাই পৰাই ৰাখিব লাগিব তাৰ পৰিকল্পনা ছাত্ৰ শিক্ষক আৰু সমাজ যদি মিলিত হৈ গঠন কৰে তেন্তে বিদ্যালয়ৰ চেহেৰা বদলি নহৈ নোৱাৰিব। আৱশ্যক অনুসৰি গছপুলি ৰোৱা, ফুলনি বাৰী পতা, বতৰুৱা খেতি কৰা বিদ্যালয়ৰ কাৰণে দৰকাৰী বস্তু যেনে বাহৰস্কেল, পইণ্টাৰ বোৰ্ড, মোহৰা ব্ৰাচ্, লেফাফা, বস্তু সজাই থব পৰাকৈ—চাং আদি সহজতে কৰাই লব পাৰে। আৱশ্যক অনুযায়ী কাগজৰ মালা ডাক টিকেট সংগ্ৰহ, বস্তু সংগ্ৰহ আদিৰ কামো ছাত্ৰৰ দ্বাৰা কৰাব পৰা যায়। ইয়াৰ উপৰিও নিয়মিয়াকৈ উৎসৱ পালন আঞ্চলিক ভিত্তিত অনুস্থিত হোৱা সভা সমিতি আদিলৈও ছাত্ৰৰ দল গঠন কৰি সমাজ সেৱাৰ মনোভাব বৃদ্ধি কৰাৰ কাৰণে পঠাব পাৰে।

মুঠৰ ওপৰত বিদ্যালয়ত শিক্ষণীয় পৰিবেশ এটি গঠন কৰিবৰ কাৰণে ছাত্ৰই যি ভূমিকা লোৱা দৰকাৰ তাতে মকৰল কৰোৱা ভাল।

**উপাৰ্জ্জনৰ দিশ—দুটা ঃ**

বয়সীয়াল লোকৰ কাৰণে আৰ্থিক উপাৰ্জ্জনৰ যেনেকৈ মোহণীয় সৰু সৰু লৰাৰ কাৰণে সেইটো নহবও পাৰে। সৰু লৰাই টকা কেনেকৈ আৰ্জিব লাগে তাৰ দিহা নাজানে। জানে কিন্তু কামৰ প্ৰতি সহাঁৰি জনাবলৈ। শিশুক শ্ৰমজীৱী লোকৰ শাৰীলৈ নমাই উদ্যোগৰ আখৰা কৰাটো যুক্তি সঙ্গত কেতিয়াও হব নোৱাৰে। তেওঁলোকৰ দৈহিক তাগিদৰ প্ৰতি যদিহে প্ৰকৃত অনুক্ষল্পনা জনোৱা হয় তেন্তে অনেক টান বিষয় সিহঁতৰ সহমতে বোধগম্য হৈ পৰিব। বিদ্যালয়ৰে প্ৰতি ভয়ৰ ভাবো যদি আমি কেনেবাকৈ আঁতৰ কৰি দিব পাৰোঁ তেন্তে ভাবিবলগীয়া বোধকৰোঁ বৰ বিশেষ কাম শিক্ষক সকলৰ নাথাকিব। ইয়াৰ কাৰণেও দেখোন লাগিব পৰ্য্যাপ্ত পৰিমাণে কাম কৰোৱাৰ আচঁনি, থাকিব লাগিব বৈজ্ঞানিক ভিত্তিত গঢ়ি উঠা কামৰ মূল্যাঙ্কন।

বিদ্যালয়ৰ শিক্ষা যাতে সমাজলৈও নিগৰিব পাৰে তাৰ কাৰণে উপযুক্ত কাম বাচি লৈ কৰোৱা উচিত। বিদ্যালয় আৰু সমাজ একে ধৰ্মী বুলি ধৰিলৈ গঠনমূলক কামৰ জৰিয়তে সমাজৰ বুকুলৈ বিদ্যালয় সমূহ ওচৰ চপাই নিয়াৰ কাৰণে শিক্ষক সকলে যত্ন কৰিব লাগিব। আনহাতেদি উপযুক্ত গঞাঁ লোকৰ পৰাও কৃষি উদ্যোগ আদি বিষয়ে আৱশ্যক অনুযায়ী উপদেশ লোৱাৰ ব্যৱস্থা কৰিলে বিদ্যালয় আৰু সমাজৰ মাজত বৰ্ত্তমানৰ দৰে থকা তেল পানীৰ সম্বন্ধ আঁতৰি যাব।

খেতিত মূলধন যিমানেই খটোৱা যায় সিমানেই ফচল বৃদ্ধি পায়। শিক্ষা ব্যৱস্থাত ধনৰ পৰিমাণ বৃদ্ধি কৰি দিলেও থাওকতে তাৰ উন্নতিৰ কথা দৃশ্যমান হৈ ওলাই নপৰে। আৰু উকাঁ চকুত নপৰাৰ বাবেই আচঁনি বিলাক দুই চাৰি বছৰ চলাই এৰি দিয়াও উচিত নহয়। মানুহ গঢ়াৰ আচঁনিয়ে প্ৰকৃত ৰূপলৈ মানুহক গঢ় দিবলৈ শতাব্দীযোৰা অভিযানৰ কথা ৰিঙিয়াই কয়। সেয়ে অৰ্থৰ সমাগমৰ কথা শিক্ষালয়ত চিন্তা নকৰি কৰ্মৰ প্ৰতি শ্ৰদ্ধাবান ব্যক্তি গঢ় দিয়াটোৱেই হ'ল প্ৰধান কাম। আজিৰ শিক্ষাই শিক্ষাৰ্থীক পৰৰ মুখলৈ চাই থাকিবলগীয়া ব্যক্তি কৰিলে নহব।

পৰমুখাপেক্ষী নহৈ আত্মবলত বলীয়ান ব্যক্তিৰ দ্বাৰাইহে সংসাৰত কিবা এটা কৰিব পৰা যায় সেই কথা ছাত্ৰ সমাজক বুজাই দিয়াৰ দিন আহি পৰিছে।

## শিক্ষাৰ মানদণ্ড কোন স্তৰত :

আজি আমাৰ শিক্ষাৰ মানদণ্ড ৰক্ষাৰ কাৰণে ব্যৱস্থা লোৱাৰ প্ৰয়োজন হৈ পৰিছে। শিক্ষা সম্প্ৰসাৰিত হৈছে যদিও ইয়াত গুণগত মান ৰক্ষা নোহোৱাৰ কাৰণেই আজি দেশত শিক্ষিত নিবনুৱাৰ সংখ্যা দিনে দিনে বৃদ্ধি পাইছে। কিতাপী শিক্ষাৰ অৱসান ঘটায় বাস্তৱ জীৱনৰ লক্ষণে অত্যাৱশ্যকীয় শিক্ষা প্ৰদান কৰিবৰ কাৰণে তিনি আঙুলিৰ শিক্ষা দিলেই নহব। দুয়োহাতৰ যিমানে ব্যৱহাৰ বাঢ়িব সিমানেই দেশৰ সম্পদ বৃদ্ধি হব। মানুহৰ হাত দুখন তজবজীয়া হলে চিন্তা শক্তিৰো উন্মেষ নোহোৱাকৈ নাথাকে। আজি আমাৰ সমাজত আত্মনিৰ্ভৰশীল ব্যক্তিৰ সংখ্যা বাৰুকৈয়ে পাতলিছে। শিক্ষাৰ প্ৰাথমিক স্তৰতে শিক্ষাৰ যদি শিক্ষাৰ গুণগত মানদণ্ডৰ কথা বিবেচনা কৰা নহয় তেনেহলে পিচৰ স্তৰত ধৰিলে গছৰ গুৰিত পানী নিদি ঠাল ঠেঙুলীত পানী ছটিওৱাৰ দৰেই হব। প্ৰাথমিক শিক্ষাৰ গুণগত মান উন্নীত কৰিবৰ কাৰণে বুনিয়াদী শিক্ষা পদ্ধতিয়েই হ'ল আটাইতকৈ শ্ৰেষ্ঠ পদ্ধতি।

## শিক্ষা সম্পৰ্কে উক্তি :

বিভিন্ন যুগত শিক্ষা সম্পৰ্কে নানাজনে নানা উক্তি দাঙি ধৰিছে। কোনটো উক্তিৰ গুৰুত্ব বেছি আৰু কোনটোৰ কম ঠাৱৰকৰা সহজ নহয়। তথাপিও শিক্ষাৰ্থীয়ে শিক্ষা আহৰণৰ বেলিকা কিছু পৰিমাণে উপাৰ্জ্জন কৰাটো এটা নীতি হিচাবে প্ৰচলিত হৈ আহিছে। আমেৰিকা আটাতইকৈ ধনী দেশ। সেই দেশত কিহৰ অভাব? তথাপিও 'Earn

white you learn' শিকাও আৰু লগতে আৰ্জ্জাও দুয়োটাৰ উপৰত গুৰুত্ব দিছে। আমাৰ ছাত্ৰই নেখাই মৰিব তথাপিও আমেৰিকাৰ ছাত্ৰৰ দৰে হোটেল ৰেষ্টুৰাত কাম নকৰেগৈ। ইয়েই হ'ল আমাৰ অলপ ধতুৰা লোকৰ চিন্তা। সেই দেশৰ লৰাই আজৰি সময়ত অৰ্জ্জা ধনেৰে দেশ ভ্ৰমণৰ কাৰণে ওলায়। অসমৰ অভয়াৰণ্য কাজি ৰঙালৈ এনেবিধ ছাত্ৰ প্ৰত্যেক বছৰে আহিবই লাগিছে। আমাৰ দেশৰ ছাত্ৰই সেই দেশৰ ছাত্ৰৰ দৰে কামৰ প্ৰতি সহাঁৰি নজনোৱাকৈ আৰু কিমান দিন থাকিব ! সৌ সিদিনাখন এজন আমেৰিকাৰ লোক ভাৰতলৈ আহি আমাৰ অৱস্থা দেখি অতি নিৰ্ভয়ে লিখি থৈ গ'ল যে "এই দেশৰ শিক্ষিত লোক চামে কেৱল আনক শাসন কৰিবৰ বাবেহে শিক্ষা লোৱা দেখা যায় নিজৰ কৰ্ত্তব্য সম্পাদন কৰিবৰ কাৰণে সেই শিক্ষিত চামৰ অকনো মনকানেই নাই।" যি ভাৰতবৰ্ষই আনৰ অনুগ্ৰহ নাপালে নিজৰ অন্ন মুঠিও তৈয়াৰ কৰি লব নোৱাৰে সেইখন দেশৰ শিক্ষিত লোক সকলৰ প্ৰতি উক্ত বক্তোক্তি নিশ্চয় সময়োপযোগী হৈছে।

## যন্ত্ৰ যুগত শিক্ষাৰ আঁচনি :

আজি যন্ত্ৰ যুগ ভাৰতবৰ্ষৰ মাজ মজিয়ালৈ সোমাইছে। ভাৰতীয় মানুহৰ আচাৰ ব্যৱহাৰ আদৱ কায়দা যন্ত্ৰ যুগৰ লোকৰ দৰেই। যন্ত্ৰৰ চকৰি ঘূৰণৰ দৰেই আজি মানুহে চাকৰিৰ অন্বেষণত চক্ৰাকাৰ কৰি ঘূৰি ফুৰিব লাগিছে। কাৰিকৰী অৰ্হতা সম্পন্ন লোকৰ বাহিৰে বাকী চাম লোকৰ মাত ক্ৰমে হৰি আহিছে। গতিকে আজিৰ ছাত্ৰ সমাজক আমি গান্ধীজীয়ে দেখুৱাই দি থৈ যোৱা ৰাস্তাৰে আগবঢ়াই নিবই লাগিব। গাৱেঁ গাৱেঁ যিমানেই সৰুযন্ত্ৰ গঢ়ি উঠিব সিমানেই গঞাঁ ৰাইজৰ উন্নতি হব। লগতে হব গোটেই দেশখনৰো।

আজি আমাৰ মাজত গান্ধীজী নাই। তেখেতৰ আগমন হবৰ ১০০ বছৰ পূৰ্ণ হবৰ হয় হয়। আজি গান্ধী শতবাৰ্ষিকীৰ বছৰত আমাৰ

শিক্ষিত ব্যক্তিয়ে কেনেদৰে শিক্ষাৰ আচঁনি লোৱা উচিত চিন্তা কৰা ভাল। গান্ধীজীয়ে দি থৈ যোৱা সূতা গচিত পুনৰ খামোচ মাৰি ধৰি আমি আমাৰ দৈন্যতা আতঁৰ নকৰিলে বিকল্প ৰাস্তা ললে গন্তব্যত উপনীত হোৱাটো টান হব। বৰ্ত্তমান সময়ত প্ৰাথামিক স্তৰৰ কাৰণে যিমানবিলাক পদ্ধতি উদ্ভাৱন কৰা হৈছে তাৰ ভিতৰত বুনিয়াদী শিক্ষাৰ পদ্ধতিয়েই হ'ল আটাইতকৈ উত্তম। তথাপিও প্ৰদানৰ বেলিকা কৰবাত ত্ৰুতি ৰৈ যোৱাৰ কাৰণেই এই শিক্ষাই গা কৰিব পৰা নাই। শিক্ষাবিদ সকলে চিন্তা কৰি শিক্ষাৰ গাঁঠনি পুনৰ মজ্‌বুত কৰিব বুলি আশা ৰাখিলো।

—x—

# বুনিয়াদী বিদ্যালয়ৰ শিক্ষক

ছাত্ৰ নহলে যেনেকৈ বিদ্যালয় হব নোৱাৰে সেইদৰে শিক্ষকৰ অবিহনে বিদ্যালয় কেতিয়াও পৰিচালিত নহয়। যি কোনো বিদ্যালয়ৰ কাৰণে শিক্ষক লাগিবই। অৱশ্যে বুনিয়াদী বিদ্যালয়ৰ কাৰণে শিক্ষক নিয়োগ কৰোঁতে শিক্ষকৰ অৰ্হতা আৰু আগ্ৰহৰ প্ৰতি চকু ৰাখিহে নিযুক্ত কৰা ভাল। ১৯৩৭ চনৰ অক্টোবৰৰ ২৩ তাৰিখে বুনিয়াদী শিক্ষা বিষয়ে যেতিয়া আলোচনা কৰা হৈছিল তেতিয়া গান্ধীজীয়ে শিক্ষকৰ ভূমিকাৰ বিষয়ে স্পষ্ট অভিমত দাঙি ধৰিছিল।

দেশ গঢ়োতা শিক্ষকৰ কৰ্ত্তব্য কিমানকৈ অন্ত পেলাব নোৱাৰি। "শিক্ষক চাইহে ছাত্ৰ" এই কথা উলাই কৰিব নোৱাৰি। শিশুৱে শিক্ষকৰ আচাৰ ব্যৱহাৰ কৰ্ম্মনিষ্ঠতা ভাৱ-ভঙ্গী সোপাকে আহৰণ কৰে। বয়সত সৰু হলেও শিশুৰ অনুকৰণৰ স্পৃহা অধিকতৰ কাৰণে আয়ত্ব কৰাত বৰ কষ্ট কৰিব নালাগে! গতিকে শিক্ষক শ্ৰেণী হব লাগিব এনে লোক যাক অসমীয়া ৰাইজে কোনোবা যুগতেই ঠাৱৰ কৰিছে যকঁৰা যোজনাৰ জৰিয়তে। "পঢ়ে পঢ়ায় ৰোৱে পাণ—এই তিনি

বিধে নিচিন্তে আন।” আজিৰ দিনত উক্ত প্ৰৱচন ফাঁকি আখৰে মানি চলিব পৰা নহয় যদিও পঢ়ুৱৈ আৰু পঢ়াওঁতাই একানপতীয়াকৈ যে অধ্যয়ন কৰিব লাগিব সেই বিষয়ে দ্বিমত নাই।

## শিক্ষকৰ স্ব-অধ্যয়ন ঃ

শিক্ষা দান কাৰ্য্য হ'ল এটা কৌশল। বিষয় বস্তুত থকা কি বিজ্ঞানৰ বিষয়েই বোলক, কি বানিজ্য বিজ্ঞানৰ বিষয়েই বোলক, কি হিউমেনিটিজৰ অন্তৰ্গত বিষয়ৰ কথাকেই বোলক সকলো ক্ষেত্ৰটো বিষয়বস্তু বিদ্যাৰ্থীৰ সন্মুখত দাঙি ধৰাৰ সময়ত শিক্ষকে অতি নিপুণ শিল্পীৰ দৰে কাম কৰি যাব লাগিব। গতিকে বিষয়বস্তুৰ ওপৰত প্ৰাঞ্জলতা আৰু প্ৰাধান্যতা লাভ কৰিবৰ কাৰণে প্ৰত্যেকটো বিষয় শিক্ষকে দকৈ অধ্যয়ন কৰিব লাগিব আৰু তাৰ অৰ্থও হৃদয়ঙ্গম কৰিবৰ কাৰণে আগ্ৰহশীল হব লাগিব। যি শিক্ষকে নিজে অধ্যয়ন নকৰে তেওঁ ছাত্ৰকো পৰিচয়ৰ কাৰণে উপদেশ দিয়াৰ যুক্তি থাকিব নোৱাৰে! বুনিয়াদী বিদ্যালয়ৰ শিক্ষকে একমাত্ৰ কিতাপৰ পৰা জ্ঞান আয়ত্ব কৰিলেই নহব। কিতাপত পোৱা জ্ঞানৰ অনুশীলনৰ ব্যৱস্থা কৰিবৰ কাৰণে বুনিয়াদী বিদ্যালয়ত যি পৰিমাণৰ সুবিধা আছে সেইখিনি অন্য বিদ্যালয়ত নাই।

## শিক্ষকৰ শিক্ষা দানত স্বাধীনতা ঃ

শিক্ষকে কোনো ধৰাবন্ধা নীতি নিয়মৰ মাজত থাকি পঢ়াবলৈ ভাল নাপায়। বৰ্গ কক্ষত শিক্ষকৰ ভূমিকা সেনানায়কৰ দৰে হব লাগিব। মাধ্যমিক শিক্ষা আয়োগে শিক্ষকৰ স্বাধীনতা সম্পৰ্কে এষাৰি উপযুক্ত কথা উল্লেখ কৰি গৈছে। পশ্চিমীয়া দেশৰ শিক্ষক সকলে যিদৰে কামৰ আচঁনি যুগুত কৰি কৰ্ত্তব্যত অগ্ৰসৰ হোৱাৰ সুবিধা পাইছে সেইয়া আমাৰ দেশৰ শিক্ষক শিক্ষয়িত্ৰী সকলে পাইছে বুলি কব পৰা নাযায়। পশ্চিমৰ পিনৰ দেশৰ শিক্ষকৰ কথা বাদেই দিলোঁ। আমাৰ পূৱত অৱস্থিত

জাপান দেশৰ শিক্ষক গোষ্ঠীৰ কথাকে ধৰা হওঁক। তাৰ শিক্ষকৰ মৰ্য্যদা আজি কত? কোঠাৰী আয়োগলৈ অংশ গ্ৰহণ কৰিবৰ বাবে জাপানৰ পৰা শিক্ষাবিদ্ জনে কৈছিল যে তাত হেনো শিক্ষকৰ স্থান সম্ৰাটৰ পিচতেই অৰ্থাৎ দ্বিতীয় স্থানত। বাকী কৰ্মচাৰী সকলৰ স্থান ক্ৰমে পিচৰ ফালে। আমাৰ দেশতো একালত শিক্ষকৰ স্থান সম্ৰাটতকৈও ওপৰত আছিল। আগৰ দিনৰ ঋষি মুনি সকলৰ স্থান নিশ্চয় চকুত লগা বিধৰ আছিল। আজি আমি আমাৰ শিক্ষকক যথাযোগ্য আসন দিব লাগিব। শিক্ষকো উপযুক্ত গুণৰ অধিকাৰী হব লাগিব।

বুনিয়াদী বিদ্যালয়ৰ শিক্ষকৰ কৰ্ত্তব্য নিষ্ঠাৰ ওপৰতে বিদ্যালয়ৰ ভালে-খিনি উন্নতি নিৰ্ভৰ কৰিছে। দৈনন্দিন কৰা শ্ৰমৰ জোখত ধনৰ সমাগম অধিক নহলেও কৰ্ত্তব্যৰ দিশৰ পৰা কোনো পধ্যে উলাই কৰিব পৰা নহয়। বুনিয়াদী বিদ্যালয়ৰ পৰিকল্পনা যুগুত কৰোঁতে শিক্ষকে স্বইচ্ছাই কিছুমান বিষয় সংযোগ কৰি দিয়াটো একো টান কাম নহয়। যেনে উদ্যোগ নিৰ্বাচন প্ৰজেক্ট গ্ৰহণ, ছাত্ৰৰ মূল্যাঙ্কন কৰা আদি বিষয়ত শিক্ষকৰ অপাৰ স্বাধীনতা আছে। অৱশ্যে স্বাধীনতা ভোগ কৰোঁতা সকলেও নিজৰ কৰ্মৰ প্ৰতি উদাস ভাৱ গ্ৰহণ কৰাটো যুক্তিসঙ্গত নহয়। বুনিয়াদী শিক্ষাৰ আচনিৰ ওপৰত শিক্ষক সকলে আশা সুধীয়া প্ৰচেষ্টা যিমানেই লব সিমানেই এই শিক্ষাৰ কলেবৰ বৃদ্ধি পাব আৰু অজানিতে প্ৰৱেশ কৰা দোষ ক্ৰটি বিলাকৰো পৰিসমাপ্তি ঘটিব। বৰ্ত্তমান সময়ত বুনিয়াদী বিদ্যালয়ৰ সমূহ শিক্ষক শিক্ষয়ত্ৰী সকলে এই শিক্ষা বৈজ্ঞানিক দৃষ্টিকোনৰ পৰা গ্ৰহণ কৰাটো উচিত। মহামানৱ গান্ধীজীয়ে দি থৈ যোৱা শিক্ষাৰ পদ্ধাতি বুলিয়েই মানি লোৱাৰ পৰা উপকাৰ নহৈ অপকাৰ হোৱাৰহে অধিক সম্ভাৱনা আছে। বাহিৰৰ আদৱ কায়দা বুনিয়াদী মুখী কৰি ভিতৰৰ ফালটো উকঁা-বা তৰাং কৰি ৰাখিলে দেশত শিক্ষাই অগ্ৰগতি কৰিব নোৱাৰে। চাফাই, প্ৰাৰ্থনা উদ্যোগৰ নামত সূতা কটা কাম কৰিয়েই বুনিয়াদী শিক্ষা আগবঢ়াই দিয়া হৈছে বুলি ধৰা শিক্ষক সকলৰ ভুল ভাঙি দিব লাগিব। উল্লিখিত বিষয়তকৈও

সমান্বয়েৰ দৰে বিশিষ্ট শিক্ষাদানৰ কৌশলত অৰ্হতা অৰ্জন কৰাটোহে বুনিয়াদী বিদ্যালয়ৰ শিক্ষকৰ প্ৰধানতম কাম।

## উপযুক্ত শিক্ষকৰ সন্ধানত ঃ

ক্ষণজন্মা শিক্ষকৰ সংখ্যা গোটেই পৃথিবীতে অতি তাকৰ। অনেকেই শিক্ষকৰ জন্মহে হয় বুলি কয়—প্ৰস্তুত কৰিব নোৱাৰি। এইষাৰ কথা সত্য হলেও আমি চলিব নোৱাৰোঁ। জগতৰ এমুঠি যুগজয়ী শিক্ষকৰ দ্বাৰা বিশ্বৰ অগণন শিশুক শিক্ষিত কৰি তোলা সম্ভৱপৰ নহয়। গতিকে শিক্ষকক গঢ় দি হলেও—ভবিষ্যতৰ গৰাকী সকলক প্ৰস্তুত কৰিবই লাগিব। আমি অইন দেশৰ কথা নকৰেই আমাৰ ভাৰত যুক্ত ৰাজ্যখনত বৰ্ত্তমান ৫½ কোটি ছাত্ৰ-ছাত্ৰী আছে আৰু ২০ ( বিশ ) লাখতকৈ অধিক শিক্ষক শিক্ষয়িত্ৰী আছে, এই বিৰাট পৰিমানৰ শিশু সকলক পথ দেখুৱাই দিবৰ কাৰণে। শিক্ষকৰ অৰ্হতা বৃদ্ধি কৰিবৰ কাৰণেও বিস্তৰ প্ৰশিক্ষণৰ ব্যৱস্থা চলিছে। অৱশ্যে প্ৰশিক্ষণ দীঘলীয়াকৈ যদিও এবাৰহে দিয়া হয় তথাপিও যি পৰিমানে আজিৰ দিনত জ্ঞান বিস্ফোৰিত হৈছে তালৈ লক্ষ্য ৰাখিব শিক্ষক সকলক ( বিশেষকৈ প্ৰাথমিক স্তৰৰ সকলক ) কম দিনীয়া প্ৰশিক্ষণ দিয়া হৈছে। আলেক জেণ্ডাৰৰ জন্মৰ কিছুসময়ৰ পিচতেই বোলে তেওঁৰ পিতৃ ফিলিপে উপযুক্ত শিক্ষকৰ সন্ধানত দূৰ দূৰনিলৈ কটকী পঠাইছিল অৱশেষত এৰিষ্টটলেৰ হাতত আলেকজেণ্ডাৰক গতাই দিয়ে। আজিও প্ৰত্যেক ৰাষ্ট্ৰৰ কৰ্ণধাৰ সকলে উপযুক্ত শিক্ষকৰ সন্ধানত মনোনিবেশ কৰিবই লাগিছে। কোঠাৰী শিক্ষা আয়োগে শিক্ষক গঢ়াত যেনেদৰে মনোযোগ দিছে তেনেধৰণৰ চিন্তা আগৰ কালত হোৱা নাই। গান্ধীজীয়ে নিজেই এই বিষয়ে চিন্তা কৰিছিল আৰু ভগবানৰ অনুগ্ৰহতে তেখেতে জাকিৰ হোচেইন, ই, ডব্লিও আৰ্য্যনায়কম্ আশাদেৱী আৰ্য্যনায়কম, আচাৰ্য্য বিনোৱা ভাৱেৰ দৰে শিক্ষাবিদ্ সকলক লাভ কৰিছিল আৰু বুনিয়াদী শিক্ষা প্ৰচলনৰ কাৰণে উপদেশ দিছিল।

## বুনিয়াদী বিদ্যালয় স্থাপন ঃ

বুনিয়াদী শিক্ষা সৰ্বপ্ৰথমে কিয় গাওঁ অঞ্চলত প্ৰদান কৰাৰ দিহা কৰা হ'ল সেই বিষয়ে অনেক মত দাঙি ধৰিছে। গান্ধীজীয়ে ভাৰতবৰ্ষৰ সত্বা গাওঁ অঞ্চলতহে দেখিবলৈ পাইছিল। এতিয়াও ভাৰতবৰ্ষত প্ৰায় ৬½ লাখখন গাওঁ আছে আৰু জনসংখ্যাৰ প্ৰায় ¾ (চাৰি ভাগৰ তিনি) গাৱঁত বাস কৰে। গঞা ৰাইজৰ উন্নতিয়েই সমগ্ৰদেশৰ উন্নতি বুলি বাপুজীয়ে ধৰি লৈছিল আৰু সেই আদৰ্শকে সন্মুখত ৰাখি তেখেতে এক উৎকৃষ্ট শিক্ষা যাক বৰ্ত্তমান সময়ত জাতীয় শিক্ষা পদ্ধতি হিচাবে স্বীকৃতি দিয়াহৈছে সেই বুনিয়াদী শিক্ষা গাওঁ অঞ্চলত প্ৰদান কৰাৰ ব্যৱস্থা হাতত লৈছিল। ইংৰাজীত ইয়াকেই his criminatory policy বুলি কোৱা হয়। ইংলণ্ডৰ দৰে সকলো বিষয়ত আগবঢ়া দেশতো যত অনগ্ৰসৰ ঠাই বৰ্ত্তমান সময়ত আছে তালৈ প্লাউডেন (Plowden Act) পূৰ্ঠ শিক্ষক মকৰল কৰাৰ দিহা কৰা হৈছে। সুখৰ বিষয় গান্ধীজীয়ে এনে আঁচনি আজিৰ পৰা ৩২ বছৰৰ আগতেই কৰিছিল। কিন্তু আঁচনি কৰিলে কি হব তাৰ কাৰ্য্যকৰী ৰূপ সম্পূৰ্ণভাবে নোহোৱাৰ কাৰণে আজি আমাৰ দেশত বিভিন্ন প্ৰকাৰৰ শিক্ষানুষ্ঠান গঢ়ি উঠিছে। এই ভয়াবহ পৰিস্থিতিৰ হাত সাৰিবৰ কাৰণেই কোঠাৰী আয়োগে Common School system ৰ উপযুক্ত ব্যৱস্থা লবৰ কাৰণে ৰাজ্য চৰকাৰ সমূহলৈ পৰামৰ্শ আগবঢ়াইছে।

## পৰীক্ষাৰ ফলাফল ঃ

এটা সমীক্ষাত কোৱা হৈছে যে পৰীক্ষাত অকৃতকাৰ্য্য হোৱা ছাত্ৰ-ছাত্ৰীৰ একাংশ শিক্ষকৰ দোষৰ কাৰণেই হয়। এনেদৰে শিক্ষকৰ অৱহেলাৰ কাৰণে অকৃতকাৰ্য্য হোৱা ছাত্ৰৰ সংখ্যা প্ৰতি ১০০ জনত ২৩ জনকৈ। সমীক্ষাত আৰু কোৱা হৈছে যে ছাত্ৰৰ নিজৰ দোষত

অকৃতকাৰ্য্য হোৱাৰ সংখ্যাই আটাইটকৈ অধিক। শিক্ষকৰ দোষত ছাত্ৰ অকৃতকাৰ্য্য হোৱা বুলি শুনি দুই এক শিক্ষকে বেয়াও পাব পাৰে। আগতেই কোৱা হৈছে যে শিক্ষক অধ্যয়নপুষ্ট হলে ছাত্ৰইও পঢ়া শুনাত মনোযোগ দিয়ে। শিক্ষকে পাঠ বুজোৱাত যদি হে আসোঁৱাহ ৰৈ যায় তেন্তে সিয়েই ছাত্ৰৰ অপকাৰ সাধন কৰে।

## শিক্ষকতা বৃত্তিৰ প্ৰতি মোহ ঃ

যি শিক্ষকে শিশুক ভাল নাপায় সিহঁতৰ হাঁই—উৰুমি সহ্য কৰিব নোৱাৰে, বিশৃঙ্খলতা ভালনাপায় তেওঁ কেতিয়াও শিক্ষকতা কাম কৰিবৰ কাৰণে আগ বাঢ়ি আহিব নাপায়। শিশু সকলে বুজি-বাজি কেতিয়াও ইচ্ছাকৃত ভাবে বিদ্যালয়ত দোষণীয় কাম নকৰে আৰু যদিহে কৰে তেন্তে শিক্ষকে বুজি লব লাগিব যে সিহঁতৰ অজ্ঞতাৰ কাৰণেই সেইটো হবলৈ পালে। শিশুৰ দোষৰ শাস্তি বিহিবলৈ যোৱাৰ আগতে বিচাৰক শিক্ষক গৰাকীয়ে নিজকে শিশুৰ বয়সলৈ নামি গৈ বিচাৰ কৰা উচিত। বুনিয়াদী বিদ্যালয়ৰ শিক্ষক সকলক যথাৰ্থতে শিক্ষক বুলি নধৰি উপদেশক নাইবা পথ প্ৰদৰ্শক বুলিহে ধৰা উচিত। তেওঁৰ কথা বতৰা হব লাগিব গঠনমূখী আদেশ মুখী নহয়। বিদ্যালয়ৰ ছাত্ৰক ইটো কৰা সিটো কৰা ইয়ালৈ নাহিবা নাচাবা আদি নিতীবাচক শব্দ প্ৰয়োগ কৰাৰ পৰিবৰ্ত্তে আটায়ে মিলি জুলি কাম বন কৰাৰ প্ৰয়াস কৰিব লাগিব। অৱশ্যে বিদ্যালয়ৰ সমুদায় সময় এনেদৰে ছাত্ৰৰ মাজত কটাই দিয়াটো অসম্ভৱ হলেও যিখিনি সময় সিহঁতৰ লগত থকা যায় সেই সময়ত ক্লান্তিৰ ভাৱ লেশ মানো আনিব নালাগে। দীঘলীয়া বন্ধৰ উপৰিও মনস্তাপ দূৰ কৰিবৰ কাৰণে শিক্ষকে উপায় উলিয়াই লব পাৰে। বিদ্যালয়ৰ দৰে বন্ধ অন্য অনুষ্ঠানত উপ-ভোগ কৰা নাযায়।

**অল্পবিদ্যা ভয়ঙ্কৰী ঃ**

"ঘোৰাঁ নৌ ঘঁটোতেই চাবুক ঘটা" বুলি এফাঁকি কথা আছে। কোনটো আগ কোনটো পাচ সেইটো শিক্ষকে জনা দৰকাৰ। বুনিয়াদী শিক্ষাৰ জৰিয়তে কি কি কৰিবলৈ যত্ন কৰা হৈছে সেই বিলাক আওৰাই থাকিলেই কামত অগ্ৰগতি লাভ কৰিব নোৱাৰি। বুনিয়াদী শিক্ষা যদিও প্ৰাথমিক স্তৰৰ কাৰণে উদ্ভাৱন কৰা হৈছে তথাপিও এই শিক্ষাৰ পাঠ্যক্ৰম সীমীত নহয়। অলপীয়া বিদ্যাৰ লোকে এই আচনি উপলব্ধি কৰিব নোৱাৰে। যি বুজিবৰ কাৰণে যত্ন কৰিছে তেওঁহে এই শিক্ষাৰ প্ৰাৰম্ভিক আৰু চৰম উদ্দেশ্যৰ কথা হৃদয়ঙ্গম কৰিব পৰিছে। এই শিক্ষাৰ কৌশলৰ লগত চক্ৰেটিচৰ শিক্ষাৰ কৌশলৰ মিল থকা দেখা যায়। যিসকল ব্যক্তি শ্ৰমনিষ্ঠ, নীতিমান আৰু অধ্যয়নপুষ্ট সেই সকলৰ হাততহে বুনিয়াদী শিক্ষাৰ আচনিখন পুনৰ উপযুক্ত ভাবে প্ৰয়োগ কৰি চাবৰ কাৰণে এৰি দিয়াটো উচিত। যি শিক্ষকে নিজকে সংশোধন কৰিব পৰা নাই সেই সকলৰ হাতত চালুকীয়া মানৰ শিশু সকলক শিকাবৰ কাৰণে সমাজে এৰি দিয়াটো বিধেয় নহয়। জ্ঞানৰ সমুদ্ৰ প্ৰকৃততে যে অপাৰ এই এখন বিশ্বকোষত যিমান কথা থাকে সিমান এজন শিক্ষকৰ গাত থাকিব নোৱাৰে। কথা শিক্ষকে বুজিবলৈ যত্ন কৰিব লাগিব। শিক্ষক অভিধান নহয়। শিক্ষক সকল বিনয়ী আৰু সদাচাৰী বিধৰ লোক হলেও সমাজৰ মুখীয়াল ব্যক্তি হিচাবে পৰিগণিত হব পাৰিব। নহলে শিশুক পোহৰলৈ আনিবৰ কাৰণে যত্ন কৰিও অপৰাগ হব লাগিব। বুনিয়াদী শিক্ষা আনৰ বা বদান্যতাত অনুগ্ৰহ জীয়াই থকাতকৈ আৱশ্যকতাৰ পিনৰ পৰাহে গ্ৰহনযোগ্য বুলি দৃঢ় ভাবে স্বীকাৰ কৰা শ্ৰেয়। মহামানৱ গান্ধীজীক ই শেষ অৱদান বুলি ওপৰত তুলি ধৰাৰ কোনো প্ৰয়োজন নাই যদিহে আমি শিক্ষা আয়োগে কোৱাৰ দৰে দেশৰ সাধাৰণ বিদ্যালয় বিলাক (Common School ) উপযুক্ত ভাবে বচাব নোৱাৰোঁ।

বুনিয়াদী শিক্ষাৰ প্ৰতি পুনৰ শিক্ষাবিদ্ সকলৰ দৃষ্টি আকৰ্ষিত হৈছে। এই শিক্ষাৰ দৰ্শন পদ্ধতি আৰু দৃষ্টিভঙ্গী লঘু বুলি কোৱাৰ কাৰো ধৃষ্টতা নাই। অৱশ্যে যি মাত্ৰাৰে এই শিক্ষাৰ আখৰা কৰা হ'ল সেইয়া যথেষ্ট নহ'ল বুলি কোৱা শুনা যায়। গতিকে বুনিয়াদী বিদ্যালয় সমূহত ৰ্ক্ৰী থকা শিক্ষকসকলে পুনৰ নতুন উদ্দ্যমেৰে এই শিক্ষা প্ৰদানত গুৰুত্ব দিলে দেশৰ উপকাৰ কৰা হব। বিলম্বত সম্পদ হেৰায় বুলি কোৱা কথাষাৰৰ যথাৰ্থতা বিচাৰ কৰি বুনিয়াদী বিদ্যালয়ৰ শিক্ষক শিক্ষয়িত্ৰী সকলে আতঁ হেৰোৱা শিক্ষাৰ পুনৰ আৰ্ত বিচাৰিলৈ কৰ্ত্তব্যত অগ্ৰসৰ হলে অসম্ভৱ বুলি বৰ্ত্তমান সময়ত ঠাৱৰ কৰা বুনিয়াদী শিক্ষাৰ নীতি সমূহ সম্ভৱ কৰি তুলিব পাৰিব।

—o—

# সমন্বয় (Correlation)

বুনিয়াদী শিক্ষাত উদ্যোগ আৰু সমন্বয়ৰ গুৰুত্ব আটাইতকৈ অধিক। যি বুনিয়াদী বিদ্যালয়ত উদ্যোগ শিক্ষা দিয়া নহয় তাত সমন্বয়ো থাকিব নোৱাৰে। শিক্ষাদান এক জটিল কাম। এই জটিল কাৰ্য্য সহজতে শিশুৰ বোধগম্য কৰিবৰ অৰ্থেই শিক্ষাবিদ সকলে সমন্বয় শিক্ষা পদ্ধতি আবিষ্কাৰ কৰিছে।

আমি লৰা ছোৱালীক মূঠৰ ওপৰত কোনো এটা বিষয়ত অভিজ্ঞতা লাভ কৰিবৰ কাৰণেই বিদ্যালয়লৈ নপঠাওঁ। বিদ্যালয়ত এক পাঠ্যক্ৰম প্ৰনয়ন কৰি শিক্ষণীয় বিষয় বিলাক শিকোৱাৰ দিহা কৰা হয় এক উদ্দেশ্য লৈ। তাকে চমুকৈ জ্ঞান আহৰণৰ প্ৰক্ৰিয়া বুলি কোৱা হয়। জ্ঞান বস্তুটো খণ্ড খণ্ড কৰি ফঁহিয়াই পেলালে অস্তিত্ব নাথাকেগৈ। মানুহে বিভিন্ন বিষয়ত লাভ কৰা অভিজ্ঞতাৰ সাৰাংশই

হ'ল জ্ঞান। এজন শিক্ষিত ব্যক্তিৰ কোনো এক বিশেষ বিষয়ৰ ওপৰত থকা বুৎপত্তিতকৈও তেওঁৰ আটাইবিলাক বিষয়ৰ ওপৰত থকা প্ৰজ্ঞতা লাভ খিনিও কম মূল্যবান নহয়।

## সমন্বয়ৰ বুৰঞ্জী ঃ

শিক্ষা বুৰঞ্জীলৈ চকু দিলে আমি দেখিবলৈ পাম যে সমন্বয় বৰ্ত্তমান শিক্ষাজগতৰ অভিব্যক্তি নহয়। অতি পুৰনি কালৰ পৰাই সমন্বয় বা সমবায়ী শিক্ষা পদ্ধতি ঠাই বিশেষে চলি আহিছে। পাঠ্যক্রম যুগুত কৰি চৰকাৰৰ দ্বাৰা পৰিচালিত হোৱা বিদ্যালয় সমূহ সেই সিদিনাৰহে। ইংৰাজীত ইয়াকে ( Formal Instruction ) বুলি কোৱা হয়। শিক্ষানীতি নিকপ কপীয়া হোৱাৰ পৰা যি দৰে উপকাৰ পোৱা হৈছে সেই দৰে শিক্ষালয়লৈ অপকাৰো প্ৰবেশ কৰিলে। আগৰ দিনত শিক্ষাৰ্থীয়ে নিজৰ ঘৰতেই ( Informally ) আৱশ্যক অনুযায়ীহে জ্ঞান লাভ কৰিছিল। আজিও আমাৰ লৰা ছোৱালীয়ে নিজৰ ঘৰতেই জীৱনৰ কাৰণে অনেক মূল্যবান কথা কঠোৰ নীতি নিয়মৰ মাজত বাস নকৰিয়েই শিকিবই লাগিছে। অৱশ্যে সমাজ বিবৰ্ত্তনৰ মাজেদি গতি কৰি আগবাঢ়ি যোৱাৰ লগে লগেই বিদ্যালয়ৰ আৱশ্যকতা অনুভৱ কৰিবলৈ ধৰিলে আৰু ক্রমে ইয়েই বৰ্ত্তমানৰ শিক্ষানুষ্ঠানৰ আকাঁৰ ধাৰণ কৰিলে। মানৱ সমাজত যিমান শিক্ষানুষ্ঠান আৰু শিক্ষক আছে সিমান সংখ্যক অনুষ্ঠান আৰু লোক ঘৰুৱা পৰিবেশৰ বাহিৰে অইন ক'তো দেখিবলৈ পোৱা নাযায়। অৱশ্যে আজিকালি বহুতেই বিদ্যালয়কো অন্য এটা নতুন ৰূপত পাবলৈ বিচাৰিছে। এজন শিক্ষা-বিদ্‌ৰ বঢ়িয়াকৈ কৈছে The school is home away from home নিজৰ ঘৰখনত শিশুক সু-শিক্ষা দিয়াৰ সুবিধা আঁতৰি গৈছে যদিও সমাজে শিশুৰ কাৰণে কিছু নিলগতে অন্য এক গৃহৰ ব্যৱস্থা কৰিছে। সেয়ে বিদ্যালয় সমূহৰ আদব কায়দাৰ কিছু সাল সলনি ঘটাই শিক্ষাৰ উপযুক্ত পৰিবেশ সৃষ্টি কৰাটো আটাইৰে কৰ্ত্তব্য।

বিষয় শিক্ষা প্ৰদান কৰাৰ বেলিকাও শিক্ষকে ঠেক গণ্ডীৰ মাজত ছাত্ৰক আৱদ্ধ ৰাখি শিকোৱাৰ পৰা শিকাৰুৰ চিন্তাধাৰা একেবাৰে ঠেক হোৱাটো স্বাভাৱিক। যি সকল সদাশয় শিক্ষকে ছাত্ৰক মৰম কৰে সেই সকলে শিকাবলৈ যোৱা বিষয়ৰ পাঠ ৰসাল কৰিবৰ কাৰণে উপমা, ৰিজনি, মহৎলোকৰ বাণী উল্লেখ কৰি যায়। সাহিত্যৰ পাঠ পঢ়াই যাওঁতে শিক্ষকৰ পাণ্ডিত্য, শব্দ গঠনি ব্যাকৰণৰ অলঙ্কাৰ ব্যৱহাৰ আদিৰ বিষয়ে উন্নুকিয়াই সততে যায়। সেই দৰেই যায় ইতিহাসৰ বেলিকা মানচিত্ৰৰ সহায়ত। গতিকে হাৰ্বাট চাহাবে যি শিক্ষাদানৰ পদ্ধতি উদ্ভাৱন কৰি গ'ল তাতো অলপীয়াকৈ সমন্বয় কৰা হয়েই। গতিকে এই বিষয়টো কাৰো অপৰিচিত নহয়।

## বুনিয়াদী শিক্ষাত সমন্বয়ঃ

শিক্ষালয় আৰু সমাজ দুয়োৰো ভিতৰত যি পৰিমাণৰ বুজা পৰা আৰু সম্পৰ্ক স্থাপন হোৱা উচিত আছিল সেই পৰিমাণৰ ক'তো লেশমানো ৰক্ষা নোহোৱাত উন্নত দেশ সমূহত চিন্তাৰ বিষয় হৈ পৰে আৰু পূৰ্বৰ দৰে দুয়োৰে ভিতৰত ওচৰ সম্বন্ধ স্থাপনৰ কাৰণে প্ৰস্তুতি চলে। আমেৰিকাৰ শিক্ষালয় আৰু ঘৰুৱা পৰিবেশৰ মাজত আঁত হেৰাই যোৱা কাৰণে পুনৰ স্থাপনৰ প্ৰস্তুতি চলে চলিত শতিকাৰ ১ম দহকৰ ভিতৰতে। ৬ জন ডিউয়ী মহোদয়ে সমাজত কিছু কাম পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰি সমতা স্থাপন কৰে। গাৰ্হস্থ্য বিজ্ঞান নামৰ স্কুলীয়া শিক্ষাৰ বিষয়টি এই দৰেই ছাত্ৰী সকলৰ কাৰণে বৰ্ত্তমান সময়ত প্ৰায়-সকলো ঠাইতে সদৰী হৈ পৰিছে।

গান্ধীজীয়েও আমাৰ দেশৰ প্ৰাথমিক বিদ্যালয় বিলাকত একমাত্ৰ লিখাপঢ়া কৰাটোকে যথেষ্ট নহয় বুলি ঠাৱৰ কৰিছিল। শিক্ষাৰ পাৰিধি ব্যাপক কৰিবৰ কাৰণে তেওঁ বুনিয়াদী শিক্ষা প্ৰৱৰ্ত্তন কৰে। তেখেতে বিদ্যালয়ত কেনে প্ৰতিকূলে পৰিবেশৰ মাজত থাকি পঢ়া-শুনা কৰিব লাগিছিল বুজিছিল আৰু এই নিৰ্ম্মম ব্যৱহাৰৰ পৰা শিক্ষাৰ্থীক

ৰক্ষা কৰিবৰ কাৰণে এক সুদূৰ প্ৰসাৰী শিক্ষাৰ পাতনি মেলে। ইউৰোপৰ লৰা ছোৱালীক যি দৰে ক'মেনিয়াচ্‌ আৰু পেষ্টালজ্জীয়ে "প্ৰোকাস্তাচৰ শয্যাৰূপী (Procrnstean led) বন্দীশালৰ লেখীয়া বিদ্যালয়ৰ পৰা ৰক্ষা কৰি গ'ল সেই দৰেই প্ৰাচ্যৰ ছাত্ৰ সমাজকো গান্ধীজীয়ে ৰক্ষা কৰিছে বুলি কলেও বঢ়াই কোৱা নহয়।

বুনিয়াদী বিদ্যালয়ৰ পাঠদানৰ পদ্ধতি অন্য বিদ্যালয়তকৈ সুকীয়া। সমন্বয় পদ্ধতিয়েই হ'ল এই শিক্ষাৰ গুৰি বঠা। সমন্বয় সম্বন্ধে দুই চাৰি-ব্যক্তিৰ কিছু ধাৰণা থাকিলেও বুনিয়াদী শিক্ষা-পদ্ধতিত সেই ধাৰণা যথেষ্ট নহয়। বুনিয়াদী শিক্ষকৰ প্ৰশিক্ষণ বুলিলে সাধাৰণতে উদ্যোগ শিক্ষা আহৰণ আৰু সমন্বয় পদ্ধতি অনুশীলন এই দুবিধৰ ওপৰতে গুৰুত্ব দিয়া হয় বুলি লোকে নজনা নহয়।

## সমন্বয়ৰ উদ্দেশ্য ঃ

জীৱনক কেন্দ্ৰ কৰিয়েই সমন্বয় শিক্ষা দিয়াৰ গান্ধীজী পূৰামাত্ৰাই পক্ষপাতি আছিল। জীৱন বুলি আমি যথাৰ্থতে এখন সমাজৰ ছবি কল্পনা কৰোঁ—আৰু য'তে সমাজ আছে ত'তে আছে কৰ্ম্ম। কৰ্ম্ম নকৰিলে মানুহ জীয়াই থাকিব নোৱাৰে। দৈহিক তাগিদৰ কাৰণেই যে মানুহে কৰ্ম্ম কৰে সেইটো নহয়। মানসিক আৰু নৈতিকতাৰ দৃষ্টি-ভঙ্গীৰ পৰাও মানুহে অনবৰত কৰ্ম কৰিবই লাগিছে। বুনিয়াদী বিদ্যা-লয়ত যি উদ্যোগ লোৱা হয় সেইটোৱে ওচৰ পাজৰে থকা সমাজখনক বিদ্যালয়ত প্ৰতিনিধিত্ব কৰিব পৰা হব লাগে। সেয়ে উদ্যোগ নিৰ্বাচনৰ বেলিকা শিক্ষক সকল সচেতন হৈ কৰ্ম নিৰ্বাচন কৰা ভাল। যধে-মধে কাম কৰোৱাৰ পৰা ছাত্ৰ আৰু সমাজ কাৰো একো উপকাৰ নহয়। বুনিয়াদী শিক্ষাত অভিজ্ঞ এগৰাকী ব্যক্তিৱে সুন্দৰ ভাবেই উল্লেখ কৰিছে যে "Correlation with craft is equivalent to correlation with life" হস্ত শিল্পক কেন্দ্ৰ কৰি সমন্বয় কথা মানে মূলতঃ ব্যক্তিৰ জীৱনক সমন্বয় ঘটোৱাকে সূচায়।

## শিক্ষকৰ পাৰদৰ্শিতা গুণ ঃ

উপযুক্ত ভাবে শিক্ষক সমবায়ী শিক্ষাৰে আগবঢ়াই নিবলৈ হ'লে শিক্ষকৰ বিচাৰ বুদ্ধি, কৰ্ম-পটুতা, বাগ্মীতা আৰু মেহনতী গুণ যথেষ্ট হ'ব লাগিব। বিদ্যালয়ৰ প্ৰথমাৰ্দ্ধত উদ্যোগৰ কামৰ মাধ্যমত একে-লগে ২টা বা ৩টা বিষয় পঢ়াই যোৱাটো সহজ কাম নিশ্চয় নহয়। ইয়াৰ কাৰণে লাগিব শিক্ষকৰ পূৰ্ব প্ৰস্তুতি। আমাৰ দেশৰ কিমান সংখ্যক শিশুৱে প্ৰস্তুত হৈ বৰ্গলৈ আহে কোৱা টান যদিও তেনে শিক্ষ-কৰ সংখ্যা যে অতি তাকৰীয়া সেইটো উল্লেখ নকৰিলেও হয়। দ্বিতী-য়তে শিক্ষক গৰাকীৰ উদ্যোগৰ ওপৰত থাকিব লাগিব ওজাৰ লেখীয়া জ্ঞান। প্ৰশিক্ষণ কেন্দ্ৰ সমূহত উদ্যোগ শিক্ষাত শিক্ষকৰ অৰ্হতা দেখিলে মনত বিস্ময় মানিব লাগে। ধৰা হওক—সূতা কটাৰ কথাকে। যি শিক্ষকে প্ৰশিক্ষণ কেন্দ্ৰত পদাৰ্পন কৰাৰ আগতে পাজী আৰু টাকুৰী আনকি নিজ হাতেৰে চুই চাবকে পোৱা নাছিল সেই শিক্ষকেই কেইমাহ-মান সূতা কটা কামত মনোযোগ দিয়াৰ পিচতেই যেতিয়া ১০০ নম্বৰৰ সূতা কাটি জমা দিয়ে তেতিয়া মনলৈ ভাব আহে এই শিক্ষক সকলক আমি যদি আগ্ৰহী কৰি ল'ব পাৰোঁ তেনেহলে অসম্ভৱকো সম্ভৱ কৰি তোলাত একো টান নহয়।

তৃতীয়তে সমন্বয় শিক্ষাৰ কাৰণে লাগিব শিক্ষকৰ সচেতনতা ভাৱ। এই পদ্ধতি অনুসৰণ কৰিলে চৰকাৰৰ পৰা প্ৰস্তুত কৰি দিয়া স্কীম কাৰ্য্যকৰী কৰাত অসুবিধাও আহি যাব পাৰে। পৰীক্ষাৰ ভয়ৰ পৰা নিস্তাৰ পাবৰ কাৰণে সমন্বয় পদ্ধতি অতিকৈ উত্তম। আমাৰ দেশৰ ছাত্ৰ প্ৰাথমিকৰ পৰা আৰম্ভ কৰি বিশ্ববিদ্যালয়ৰ স্তৰলৈকে অকৃতকাৰ্য্য হয়েই। শিক্ষাৰ প্ৰাৰম্ভিক স্তৰতেই শিশুৰ অন্তৰলৈ ভয়ৰ ভাব সঞ্চাৰ কৰি নিৰুৎসাহী ব্যক্তি কৰাটো যুক্তিসঙ্গত নহয়। প্ৰাথমিক স্তৰত লৰাই কিতাপৰ পঢ়া আয়ত্ব কৰিব লগা বিষয় সমূহ আয়ত্ব কৰিব পৰাটোৱেই হ'ল মূল বিষয়। তেওঁলোকে পৰীক্ষা ঘৰত বহি কিমান নম্বৰ অৰ্জ্জন কৰিব পাৰে সেইটো তৎমুহূৰ্ত্ততে চোৱা সিমান দৰকাৰী নহয়।

চতুৰ্থতে সমন্বয় পদ্ধতিৰে পঢ়ালে পাঠ্য-পুথিত থকা দুই এক বিষয় সমন্বয় কৰিব নোৱাৰি বৈ যাবও পাৰে। বুনিয়াদী শিক্ষাই সমন্বয় নহল বুলিয়েই বিষদ বাদ দি যাব লাগে বুলি কোৱা নাই। জোৰ-জুলুম কৈ সমন্বয় পদ্ধতিৰে পাঠদান দিয়াতকৈ—প্ৰচলিত কোনো পদ্ধতি অৱলম্বন কৰি বৈ যোৱা পাঠ শিকাই দিয়া ভাল। প্ৰাথমিক স্তৰৰ শেষত বছৰৰ পৰীক্ষাৰ ওপৰত গুৰুত্বদি বাকী বছৰেকীয়া পৰীক্ষা সাধাৰণ ভাবে ল'ব লাগে আৰু ছাত্ৰক পৰাপক্ষত অকৃতকাৰ্য্য হোৱা বুলি ঘোষনা কৰিব নালাগে। ১ম আৰু ২য় বৰ্গত পাৰ্য্যমানে শিক্ষকে মৌলিক ভাবে পাঠ পঢ়াব আৰু যি অলপ লিখা কাম কৰাব তাৰো ধাৰা-বাহিকতা ৰক্ষা কৰি যাব। শিশুৱে মুখে মুখে উত্তৰ দিব পৰা যিমানেই হব সিমানেই তেওঁলোকৰ ভয় আৰু সংকোচ আঁতৰিব।

পঞ্চমত বুনিয়াদী শিক্ষাই নিৰ্দ্দিষ্ট কৰি দিয়া পাঠ্যপুথিৰ ভিতৰতে ছাত্ৰক আৱদ্ধ ৰাখিবৰ কাৰণে যত্ন নকৰে। সমালোচক সকলে কয় যে এই শিক্ষাত কিতাপৰ ওপৰতো নাই স্থান—পৰীক্ষাৰ ওপৰতো দিয়া নাই গুৰুত্ব। অৱশ্যে দুয়োটাই অবাস্তৱ। বুনিয়াদী শিক্ষাত একমাত্ৰ পাঠ্য-পুথিকেই ঘাই অৱলম্বন কৰা যে যায় সেইটো সত্য কথা—কিন্তু শিশুৰ বুদ্ধি বৃত্তিৰ যথাযোগ্য বিকাশ ঘটাবৰ কাৰণে সমপৰ্য্যায়ৰ অনেক কিতাপ পঢ়িবৰ কাৰণে উদগনি দিয়া হয়। সেয়ে গ্ৰন্থাগাৰ প্ৰত্যেক বৰ্গৰ কাৰণেই দৰকাৰী বুলি এই শিক্ষাত বিশ্বাস থকা লোকে কয়।

## সমন্বয়ৰ আধাৰ ঃ

(Centres of carrelation) অনেকৰ ধাৰণা যে বুনিয়াদী শিক্ষা উদ্যোগ কেন্দ্ৰীক। উদ্যোগৰ উপৰিও প্ৰকৃতি আৰু সমাজক বুনিয়াদী শিক্ষাৰ আধাৰ স্বৰূপে লৈ সমন্বয় পদ্ধতিৰে পাঠদান কেনেকৈ কৰিব লাগে শিক্ষকে বুজিপাব লাগিব। গছ-গছনি তৰু-তৃণ, নৈ-বিল,

সৰোবৰ আদি নিৰীক্ষণৰ জৰিয়তে শিশুক অনেক মূল্যবান কথা কম সময়ৰ ভিতৰতে দিব পৰা যায়। শিক্ষাৰ্থীৰ মনলৈ আগ্ৰহ জন্মাব পাৰিলেই যি কোনো পাঠেই ৰসাল হৈ পৰিব। সমাজৰ গাঁঠনি সম্পৰ্কেও শিশুক দোকান পোহাৰ, ডাকঘৰ, ষ্টেচন, আলিবাট, সামাজিক অনুষ্ঠান আদি নিৰীক্ষণ কৰিবলৈ দি শিকাবলগীয়া বিভিন্ন বিষয়ৰ জ্ঞান অন্তৰস্পৰ্শী কৰি দিব পৰা যায়। আৰু যেতিয়া উল্লিখিত কেন্দ্ৰ তিনিটাৰ জৰিয়তে পাঠদান কৰাটো অসুবিধাজনক হৈ পৰে তেতিয়াহে গুটীয়াকৈ—যি কোনো বিষয়ৰ পাঠ পঢ়োৱাত বিৰোধিতা কৰিব লগীয়া একোৱেই নাথাকে। কণ-কণ শিশুৰ অন্তৰত সমন্বয়ৰ দ্বাৰাই পুস্তকৰ জ্ঞান হৃদয়স্পৰ্শী কৰি তুলিব নোৱাৰাৰ কোনো কাৰণ থাকিব নোৱাৰে। অৱশ্যে শিক্ষাৰ আচনি যিমানেই সুন্দৰ নহওক অভিজ্ঞ আৰু যত্নপৰায়ণ শিক্ষকৰ অভাৱত অতি চমৎকাৰ শিক্ষা আচনিও অকালতে মৰহি যোৱাৰ অসংখ্য উদাহৰণ পোৱা যায়।

## মনোবিজ্ঞান সন্মত পদ্ধতি :

শিক্ষা মনোবিজ্ঞানে উল্লেখ কৰিছে যে শিশুমন যথাৰ্থতে চঞ্চল। চঞ্চলমতি শিশুৱে বৰকৈ নীতি নিয়মৰ মাজত থাকি ভাল- নাপায়। বিদ্যালয়ৰ কৰ্য্যাসূচীত যিবিলাক ঘণ্টাৰ সৃষ্টি কৰি লোৱা হৈছে তাৰ দ্বাৰাই শিক্ষকৰ কামৰ মোটামোটি হিচাব ৰখাত সুবিধাজনক হলেও কণ-কণ শিশুৰ কাৰণে অবিচাৰ কৰা হৈছে বুলিয়েই ধৰি লোৱা হ'ব। এজন শিক্ষকে বৰ্ণত বেচ আমোদজনক পৰিবেশ সৃষ্টি কৰি পঢ়াই গৈছে—এনেতে কাঁহত ঘণ্টাৰ কোব পৰাৰ লগে লগেই আগ্ৰহী শিশু মনৰ ওপৰত চেঁচা পানী ঢালি বৰ্গকক্ষ ত্যাগ কৰিবলৈ বাধ্য হয়। পিচৰ ঘণ্টাত আন এজনে পাঠ প্ৰদান কৰি গ'ল—অৱশ্যে কোনেও কাৰ অন্তৰত কেনেদৰে ৰেখাপাত কৰিলে বুজ লবৰ কাৰণে অৱকাশ নাথাকিল। গতিকে বিষয় একত্ৰিকৰণ কৰি শিক্ষাৰ প্ৰাৰম্ভিক স্তৰত

পঢ়াই যোৱাটো মনোবিজ্ঞান সম্মত। ছাত্রৰ বিচাৰ বুদ্ধি প্রশস্ত হৈ অহাৰ লগে লগে সমন্বয় পদ্ধতি পৰিহাৰ কৰিলেও শিক্ষার্থীৰ অপকাৰ নহয় গৈ। মনোবিজ্ঞানৰ উপৰিও সমন্বয়ৰ দার্শনিক তাৎপর্য্য কম নহয়।

## বিষয় বস্তুৰ পৰিসৰ বৃদ্ধি ঃ

বর্ত্তমান সময়ত শিক্ষনীয় আটাইবিলাক বিষয়ৰ ওপৰত অধিকতৰ গৱেষণা হোৱাৰ কাৰণেই প্রতি দিনে ন-ন তথ্য আবিষ্কাৰ হ'ব লাগিছে। নতুনকৈ ছপা হৈ ওলোৱা পুস্তকৰ কলেবৰ প্রতি বছৰে বৃদ্ধি পাই গৈয়েই আছে আৰু ক্রমে খণ্ড আকাৰে প্রকাশ পাব ধৰিছে। ইয়াৰ উপৰিও সমাজৰ চিন্তা ধাৰাৰ বেহ-ৰূপ সলনি হৈ অহাৰ লগে লগেই শিক্ষালয়তো নতুন বিষয় শিকোৱাৰ আৱশ্যকতা আহি পৰিছে। ফল-স্বৰূপে প্রাথমিক স্তৰতে আজি যিমান বিলাক বিষয় হৈছেগৈ তাৰ হিচাব কৰিবলৈ গলে ছাত্রৰ মূৰ গৰম হৈ পৰে। বিষয় হ্রাস কৰিলেও শিক্ষার্থীৰ অপকাৰ চিন্তা কৰাহে হ'ব। গতিকে বিষয় হ্রাস-কৰণৰ প্রশ্ন—উঠিবই নোৱাৰে। সময়সূচীত শিকাবলগীয়া বিষয়ৰ খোটালী কম হয় যদিও হওক—। অৱশ্যে সমন্বয়ৰ খোটালী বিলাকৰ ব্যৱধান প্রচলিত শিক্ষাৰ ব্যৱধানৰ তিনি-চাৰি গুণৰ কম নহয়।

বুনিয়াদী শিক্ষা এক বৈপ্লৱিক শিক্ষা। এই শিক্ষা ধনী—দুখীয়া উভয়ৰে কাৰণে সমানেই দৰকাৰী। যান্ত্রিক যুগতো এই শিক্ষাই হেঙাৰ দিবলৈ ওলোৱা নাই। বৰঞ্চ কবলৈ গ'লে—এই শিক্ষাই যান্ত্রিক যুগত কাম কৰা লোকৰ জীৱনৰ বুনিয়াদী দৃঢ়হে কৰিব। সমন্বয় শিক্ষা পদ্ধতিৰে পাঠদান কৰিবলৈ হ'লে শিক্ষকৰ অভিজ্ঞতা অতি প্রাঞ্জল হ'ব লাগে। বিদ্যালয়ৰ গৃহ আহল-বহল—নহলে সমন্বয় শিক্ষা দিয়া অসুবিধাজনক হৈ পৰে। ইয়াৰ উপৰিও প্রত্যেক শ্রেণীৰ কাৰণে একোজনকৈ শিক্ষক থাকিবই লাগিব। মুঠৰ ওপৰত ইয়াকে সামৰনিত ক'ব পৰা যায় যে এই শিক্ষা পদ্ধতিয়ে প্রাথমিক স্তৰৰ পাঠ্যক্রমখন

লঘু কৰিবলৈ যত্ন কৰা নাই—আৰু এই ব্যৱস্থাৰে শিক্ষনীয় বিষয় সমূহৰ মাজত থকা দেৱাল সদৃশ ক্ষুদ্ৰ গোট বিলাক আঁতৰ নকৰিলে শিশু সকলক বন্দীশালত জীয়াতু ভুগি থাকিবলৈ হেলাৰঙে এৰি দিব লাগিব। Child centric Education অৰ্থাৎ শিশু কেন্দ্ৰীক শিক্ষাৰ নামত প্ৰহসন নকৰি সমন্বয় পদ্ধতিক আকোঁৱালি লোৱাটো প্ৰত্যেক গৰাকী প্ৰাথমিক স্তৰৰ শিক্ষকৰ কৰ্ত্তব্য হোৱা উচিত। যত্ন কৰিলেই এই পদ্ধতি শিক্ষকে হাতৰ মুঠিত ৰাখিব পাৰে।

—×—

# বুনিয়াদী বিদ্যালয়ৰ পাঠ্যক্ৰম

যি কোনো শিক্ষানুষ্ঠান তিনিটা স্তম্ভৰ ওপৰত বৰ্ত্তি থাকে। শিক্ষক, ছাত্ৰ আৰু পাঠ্যক্ৰম এই তিনিটাই হ'ল বিদ্যালয়ৰ মূল সোপান। এই তিনিটাৰ ভিতৰত কোনবিধৰ স্থান একেবাৰে ওপৰত, আৰু কোন-টোৰ স্থান তলত কোৱা টান যদিও শিশুৱেই যে শিক্ষা ব্যৱস্থাত অগ্ৰাধিকাৰ পোৱা উচিত সেই বিষয়ে বোধকৰো বৰ্ত্তমান সময়ত কাৰো ভিতৰত দ্বি-মত থাকিব নোৱাৰে। অৱশ্যে কথাই কথাই শিশুৰ বাবেই শিক্ষালয় বুলি যদিও কোৱা-কুই কৰা হয়, তথাপিও প্ৰকৃত পক্ষে শিশুসকলক পাৰ হৈ যোৱা শতিকালৈকে উপেক্ষা কৰিয়েই অহা হৈছিল। শিক্ষকৰ চোকা শাসনত শিশুৱে কি নিৰ্ম্মম অত্যাচাৰ সহ্য কৰিব-লগীয়া হৈছিল সেই কথা সকলো দেশৰ শিক্ষা বুৰঞ্জীৰ পাতত পঢ়িবলৈ পোৱা যায়। আনৰ কথা কবলৈ যাবই নালাগে—আমাৰ ইয়াতেই আজিও কয় যে "চেকনিৰ মূৰত হে বিদ্যা"। বঙালী সকলেও সেইদৰেই কয়—"বেট চেৰে দাও, ছেলে গোল্লাই যাবে।" এজন শিক্ষাবিদে সেই কাৰণেই আগৰ দিনৰ পাঠশালা সমূহক বন্দী শালৰ লগত

ৰিজাই গৈছে। শিশুক দয়াহীন ভাবে শাস্তিৰ ভয়দেখুৱাই শিকোৱাৰ ফলত অপকাৰ যে বৃদ্ধি হৈছিল সেই কথা বুজি উঠাত সৰহ দিন নালাগিল।

যোৱা ১৮শ আৰু ১৯ শ শতিকাৰ ভিতৰত এচাম ক্ষণজন্মা শিক্ষা-বিদ্‌ৰ আগমণ হয়। উক্ত শতাব্দি দুটাত ইউৰোপত জন্ম লাভ কৰে পেষ্টালজী, ফ্ৰোবেল, ৰু'চ মণ্টেচৰী, হাৰ্বাট আদি ব্যক্তি সকলে। এই সকলৰ উপৰিও ইটালী দেশৰ বিদুষী মহিয়সী মণ্টেচৰী আৰু আমেৰিকাৰ শিক্ষাবিদ্ জন ডিউয়ী আৰু কিলপেট্ৰিকে শিশু সকলৰ মন বুজি কেনেকৈ পাঠদান দিব লাগে তাৰ উপায় উদ্ভাৱন কৰি সদৌ বিশ্বৰ শিশুসকলৰ উপকাৰ সাধন কৰি যায়। উল্লিখিত সদাশয় লোকসকলৰ নাম শিক্ষাৰ বুৰঞ্জীৰ পাতত যাউতিযুগীয়া হৈ ৰ'ব। শিশুৰ ন্যাৰ্য্য প্ৰাপ্য ফিৰাই অনাত প্ৰাচ্যৰ শিক্ষাবিদ্ মহাত্মা গান্ধী আৰু কবিগুৰু ঠাকুৰৰ নামো বাকী সকলৰ দৰেই চিৰ সেউজ হৈ থাকিব।

গান্ধীজীয়ে শিশুক বান্ধোনৰ মাজত ৰাখি শিকোৱা কাৰ্য্যত আপত্তি কৰিছিল। তেখেতে কৈছিল "what we learn by pleasure, we never farget." ডাঙৰকেই যেতিয়া আনন্দমুখৰ পৰিবেশ লাগে সেই সময়ত শিশুক যে লাগিবই কোৱা নিষ্প্ৰয়োজন। সেইদৰেই ৰবীন্দ্ৰনাথ ঠাকুৰে বিদ্যালয়ৰ ঘৰ দুৱাৰ সজাৰ ওপৰত গুৰুত্ব দিয়াতকৈ শিশুৰ সা-সুবিধাৰ কথাহে বিবেচনা কৰা উচিত বুলি কৈছিল। দুশ-বছৰীয়া ইংৰাজ শাসনে ভাৰতীয় প্ৰাচীন শিক্ষাৰ সৌধ ভাঙি চুৰমাৰ কৰি পেলায় আৰু এক বিজতৰীয়া শিক্ষাৰ পোহাৰ মেলে। ১৮৩৫ খৃষ্টাব্দৰ ৬ মাৰ্চ তাৰিখে লৰ্ডমে'কলেৰ কলমৰ ক'লা চিয়াহীয়ে আমাৰ শিক্ষাৰ বুনিয়াদত যি কাললৈ মচিব নোৱাৰা কালিমা সানিলে সেই দাগ আজিও উঠাব পৰা নাই। স্বাধীনতা লাভৰ তেইশ বছৰৰ অন্ততো ইংৰাজ প্ৰেমী লোকৰ সংখ্যা কমক চাৰি বৃদ্ধিহে পাইছে। আজি আমি উপযুক্ত পাঠ্যক্ৰম যুগুত কৰিলৈ বেকাঁ হৈ থকা জাতীয় মেৰুদণ্ড পোন কৰিব লাগিব। আজিও কিতাপী শিক্ষাৰ প্ৰতি মোহ

আমাৰ আঁতৰ হোৱা নাই। ভাৰতৰ দৰে ক'তো শিক্ষিত নিবনুৱা সমস্যাই দেশক বিব্ৰত কৰি তোলা নাই। কলা বিভাগৰ স্নাতকৰ কথা বাদেই—ডাক্তৰ, ইঞ্জিনীয়াৰ আদিয়েও চাকৰি নকৰিলে চলিব নোৱাৰে।

গান্ধীজীয়ে উচ্চশিক্ষাৰ এনে পৰিণতি হব বুলি অনুমান কৰিব পাৰিছিল। সেই কাৰণেই তেখেতে জাতীয় শিক্ষাৰ আঁচনিৰ (National system of Education) কথা চিন্তা কৰিয়েই ক্ষান্ত থকা নাছিল। এই শিক্ষাক বাস্তৱত ৰূপায়িত কৰিবৰ কাৰণেও তেখেতে প্ৰস্তুতি চলাইছিল—অকল ভাৰতবৰ্ষতে নহয় সুদূৰ দক্ষিণ আফ্ৰিকাত থাকোতেই। বুনিয়াদী শিক্ষাৰ যি সকলে আঁতি গুৰিৰ কথা জানে সেইসকলে এইটো বুজিবলৈ বাকী নাই যে গান্ধীজী আছিল এজন কামৰ মানুহ। কথা কম কৈ তেখেতে কাম কৰাৰ ওপৰতহে অধিক গুৰুত্ব দিছিল। ভাব-প্ৰবণতাই গান্ধীজীক অকনো সৎ চিন্তাৰ পৰা বিচলিত কৰিব পৰা নাছিল। পশ্চিমীয়া দেশৰ উন্নতি দেখি তেখেত মোহিত হৈছিল।

গান্ধীজীয়ে শিক্ষা বিষয়ক কিতাপ বৰ বেছি পঢ়া নাছিল যদিও শিক্ষাসম্পৰ্কে দাঙি ধৰা তেখেতৰ মতবাদ অতি শুদ্ধ আছিল। তেখেতে প্ৰাথমিক শিক্ষাৰ পৰিসৰ একমাত্ৰ লিখা, পঢ়া আৰু গণনা কৰাৰ ভিতৰতে আৱদ্ধ কৰি ৰাখিবলৈ বিচৰা নাছিল। তেখেতে শিশু শিক্ষা কৰ্ম্মৰ জৰিয়তে আৰম্ভ কৰিব পৰাকৈ এক নতুন শিক্ষা পদ্ধতি উদ্ভাৱন কৰে। বুনিয়াদী শিক্ষা বুলিলে যথাৰ্থতে এখন শিক্ষা দানৰ আটক ধুনীয়া পদ্ধতিৰ কথাহে মনলৈ আহে। বুনিয়াদী বিদ্যালয়ৰ আৰ্হি, প্ৰশাসন, পৰীক্ষা, মূল্যাংকণ, পৰিদৰ্শন আটাইবিলাকেই বেলেগ ৰূপত চাবলৈ বাপুৱে হেপাহঁ কৰিছিল। এই শিক্ষা একাধাৰে কি শিশু, কি অভিভাৱক, কি সমাজ, কি সমগ্ৰ মানৱ জাতি সকলোৰে বাবেই দৰকাৰী। এই শিক্ষাৰ সৌধ কেতিয়াওঁ আকাশত চাং পতা চিন্তাৰ ( Ivory tower ) ওপৰত প্ৰতিষ্ঠিত নহয়।

## গান্ধীজীৰ প্ৰযত্নত বিজ্ঞান আৰু অহিংসাৰ সাকো নিৰ্মান

বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰমত বিজ্ঞান আৰু অহিংসা দুয়োকে সুন্দৰ ভাবে একত্ৰিত কৰা হৈছে। আজিৰ পৃথিবীত বিজ্ঞানৰ অৱদানে মানুহৰ অভাৱ মোচন কৰিবলৈ সমৰ্থ হৈছে যদিও মানুহৰ মনোৰাজ্যৰ শান্তি টুটাই হে পেলাইছে। যন্ত্ৰ সভ্যতাই এচাম মানুহৰ অন্তৰৰ পৰা দয়া-মমতা হৰণ কৰি মানুহক এক নিষ্ঠুৰ প্ৰাণী কৰি তুলিছে। ফলত বিজ্ঞানৰ প্ৰসাৰতাৰ লগে লগেই যুদ্ধৰ বিভীষিকাই মূৰ দাঙি উঠিছে। চলিত শতিকাৰ ভিতৰতে এখন নহয় দুখনকৈ মহাযুদ্ধ সংঘটিত হৈ গ'ল।

অহিংসাৰ বাণীয়ে মানুহৰ অন্তৰ যি দৰে জয় কৰিব পাৰে হিংসাৰ হুংকাৰে সেইদৰে ক্ষয়হে কৰিব পাৰে। অহিংসাৰ প্ৰকৃত অৰ্থ সাধাৰণতে বুজাতকৈ কিছু বেলেগ। যি সকলে ইয়াক প্ৰয়োগ কৰি চাইছে সেই সকলে বুজে যে অহিংসাৰ ৰাস্তা কিমান ভয়ংকৰ বিধৰ। কোনো ক্ষেত্ৰতে উত্তেজিত নোহোৱাকৈ কাম কৰি যাব পৰা জনৰ শক্তি, সাহস আৰু ধৈৰ্য্য যুদ্ধক্ষেত্ৰত জিকি অহা যোদ্ধাতকৈও বহু গুণে শ্ৰেষ্ঠ। আজিৰ বিশ্বত জনসংখ্যা বৃদ্ধি পাই অহাৰ লগে লগেই বিজ্ঞানৰ আশ্ৰয় লবলগীয়া হৈছে এই কাৰণেই যে কাৰিকৰী বিজ্ঞানৰ বলত অধিক শস্য উৎপন্ন কৰিব নোৱাৰিলে অন্য পন্থাৰে মানুহৰ ভোক গুচাব পৰা নহব। শিক্ষা ব্যৱস্থাত আমি বিজ্ঞানৰ মঙ্গলময় অৱদানৰ ওপৰত আস্থা ৰাখিবই লাগিব। গান্ধীজীয়ে সকলো কথাকে বিজ্ঞানীৰ মনোভাবেৰে চাবলৈ শিকিছিল গতিকেই সত্যৰ পৰা আতঁৰি যাব-লগীয়া নহৈছিল। আমাৰ মানুহে ভাবিব পাৰে যে বিজ্ঞান এটা খৰচী বিষয়। লাখ লাখ টকাৰ লেন-দেন নহলে বিজ্ঞান নহয়। গান্ধীজীয়ে সৰু সৰু বস্তুতে বিজ্ঞানৰ ৰহস্য লুকাই থকা দেখিবলৈ পাইছিল যেনেকৈ—দেখে প্ৰকৃত বৈষ্ণৱে বিশ্বৰ প্ৰত্যেকটো ধুলিকণাতে ভগবানৰ অংশ। সেয়ে সূতা কটাৰ এটা সাধাৰণ আহিলা টাকুৰীও এটা ক্ষুদ্ৰ যন্ত্ৰহে। এই নগন্য যন্ত্ৰটিৰ বুকুত লুকাই আছে দৰিদ্ৰ জনগনৰ সমস্যা সমাধানৰ সংকেত।

বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰমত আভ্যন্তৰীণ বিষয় সমূহৰ ওপৰত ( curricular sulyicts ) যি দৰে গুৰুত্ব আৰোপ কৰা হৈছে সেইদৰেই একে সমান গুৰুত্ব ইয়াৰ বহিভূত বিষয় ( Co-carricular and extra-curricular ) সমূহৰ ওপৰতো দিয়া হৈছে। কাম বা চিন্তা নাইবা ভাবাত্মক আৰু সৃজনাত্মক বিষয় কেইটা যেনেদৰে আউল নলগাকৈ শিকোৱাৰ ব্যৱস্থা কৰা হৈছে তেনেধৰণৰ শিক্ষা সচাকৈ কবলৈ হলে অতীত কালত একমাত্ৰ গ্ৰীচ দেশত হে প্ৰদান কৰা হৈছিল। প্লেটো আৰু এৰিষ্টোটেলৰ শিক্ষাই গ্ৰীক বাসীৰ দেহা আৰু মগজু সমানে পুৰ্ঠ কৰি তুলিছিল। ১৯৬৪ চনত গঠিত হোৱা কোঠাৰী শিক্ষা আয়োগে স্কুলীয়া আৰু কলেজীয়া শিক্ষাৰ পাঠ্যক্ৰমত কাম আৰু বৌদ্ধিক শিক্ষাৰ মাজত এক ভাৰ সাম্য ৰক্ষা কৰি জাতীয় চৰিত্ৰ পুনৰগঠন কৰিবলৈ ইঙ্গিত দিছে। এইষাৰ উপদেশ গান্ধীজীয়ে বহুদিনৰ আগতেই দিছিল যদিও ব্যৱহাৰ পাতলি অহাত পুনৰ কামৰ আস্বাদন (work experience) সদৰী কৰিব লগা হ'ল।

## একতাৰ বলত বলীয়ান হোৱা ঃ

ভাৰতবাসীয়ে বৰ্ত্তমান যি বিৰাট ৰাজনৈতিক ছত্ৰ ছাঁয়াত (Political umbrella) জিৰাবলৈ সুবিধা ভোগ কৰিছে তেনে ধৰণৰ সুবিধা পাৰ হৈ যোৱা কালত পোৱা নাছিল। স্বাধীনতাই আমাক কি দিব পাৰিছে, কি দিবলৈ বাকী আছে সেইবিলাক আলোচনা কৰিলে আলোচনা দীঘলীয়া হয় যদিও দিয়া বিলাকৰ ভিতৰত এক শাসন যন্ত্ৰৰ ভিতৰুৱা কৰিব পৰাটোৱেই হ'ল আটাইতকৈ মহৎ কাম।

গান্ধীজীয়ে বুজিছিল যে ভাৰতবৰ্ষৰ দৰে এখন উপ-মহাদেশ সদৃশ দেশত যত বিভিন্ন ভাষা-ভাষী মানুহ আছে, তাত একতাৰ ভাব ভালদৰে জাগৃত নহলে দেশৰ স্বাধীনতা ৰক্ষা কৰা সম্ভৱপৰ হৈ নুঠিব। ভাৰতবৰ্ষত মাজে সময়ে দেখা দিয়া সাম্প্ৰদায়িক সংহৰণে যি দৰে ভৰিৰ তলৰ কঠিন মাটি কপাঁই তুলিছে তালৈ চাই কব পাৰি যে অইন

দিশত আমি পৰাস্তহলেও একতাৰ ভাব ৰক্ষা কৰাত হাৰ মানিব নালাগিব। জাতীয় সংহতি (National integration) ৰক্ষা হওক বুলি যিমানেই টেটুফালি নকওঁ লাগে প্ৰকৃত পক্ষে এই অত্যাৱশ্যকীয় সংহতিৰ ক্ষুদ্ৰ পুলিটি ধ্বংস কৰি দিবৰ কাৰণে আমাৰ সমাজত ৪টা ঘোৰ শত্ৰু আছে। সেই শত্ৰু ৪টাক কেন্দ্ৰীয় শিক্ষা দপ্তৰৰ মন্ত্ৰী ডাঃ ভি, কে, আৰ, ভি, ৰাৱে ৪টা ছাগলীৰ লগত ৰিজাইছে। ইহঁত কেইটা হ'ল ১ং— উগ্ৰ আঞ্চলিকতাবাদী, ২নং—উগ্ৰ জাতি সচেতন দল, ৩নং—ঠেক ভাষা প্ৰেমী আৰু ৪নং—সাম্প্ৰদায়িকতা বাদী। ফলস্বৰূপে ছাত্ৰ সমাজৰ ভিতৰতে একতাৰ ভাব শিথিল হৈ পৰিছে। আজি আমি, দেশৰ ছাত্ৰ সমাজক বুজাই দিব লাগিব যে ভাষা নাইবা ধৰ্ম্মৰ অমিলতা একো মৌলিক অমিলতা নহয়। গান্ধীজীয়ে বুনিয়াদী শিক্ষাৰ দ্বাৰায় যি বুজা পৰাৰ মনোভাৱ সৃষ্টি কৰিবলৈ চাইছিল তাৰ পৰিধি বুনিয়াদী শিক্ষাৰ ভিতৰতে আৱদ্ধ কৰি নাৰাখি আজি বাহিৰলৈও বিয়পাই দিবৰ যে হ'ল সেই বিষয়ে বিবৰি ক'বৰ আৱশ্যক বোধকৰো নাই।

## বুনিয়াদী বিদ্যালয়ৰ শিক্ষক সম্বন্ধে গান্ধীজীৰ অভিমত ঃ

গান্ধীজীয়ে শিক্ষক সকলক এটা কথা সঁকিয়াই দিছিল যে বুনিয়দী শিক্ষাৰ দৰে এক গুৰুত্বপূৰ্ণ আঁচনিখন কান্ধ পাতি লোৱাৰ আগতে দাঙিব পাৰিবনে নাই ভালদৰে চাইহে ওচৰ চপা ভাল। যি সকলৰ আস্থা নাই এই শিক্ষাৰ ওপৰত সেই সকলক আতঁৰি থাকিবলৈ তেখেতে দঢ়াই দঢ়াই কৈছিল। তেখেতে বুজিছিল যে গৰখীয়া ভাল হলেহে গৰু ভাল হয়। তেখেতে আশা ৰাখিছিল যে বুনিয়াদী স্কুলৰ শিক্ষক শিক্ষয়িত্ৰী সকল যথাৰ্থতে হব একো একোখন বিশ্বকোষ। কিতাপৰ আলম নোহোৱাকৈ সমন্বয় পদ্ধতিৰে শিকাবলৈ যোৱা মানে কিমান দূৰ অধ্যয়নপুষ্ট হব লাগিব সেইটো অনুমান কৰাটো টান নহয়।

বাপুৱে বুনিয়াদী শিক্ষাৰ আচনিখন একশ্ৰেণী পাকৈত শিক্ষকৰ হাতত তুলি দিবলৈ যত্ন কৰিছিল আৰু এই বিষয়ত তেখেত সম্পূৰ্ণ ভাবে কৃতকাৰ্য্যও হৈছিল। যাৰ হাতত আছিল ডাঃ জাকিৰ হোচেইনৰ দৰে কৃতজ্ঞ শিক্ষাবিদ্ তেখেতৰ আৰু ভয় কিহত! ই, ডব্লিউ, আৰ্য্যনায়কম, শ্ৰীমতী আশাদেৱী আৰ্য্যনায়কম, বি, জি খেৰ, আচাৰ্য্য বিনোৱা ভাবে যি অহৰহ প্ৰচেষ্টা কৰি গ'ল বুনিয়াদী শিক্ষাৰ ভেটি মজ্‌বুত কৰাত সেইসকলক দুই এক ওপৰ চকুৱা লোকে সন্মান নেদে-খুৱালেও উল্লিখিত ব্যক্তি সকলৰ নাম নঈ তালিম শিক্ষাৰ ইতিহাসত জিলিকি থাকিব। এই লব্ধ প্ৰতিষ্ঠ শিক্ষক সকলৰ প্ৰযত্নতে প্ৰথম অৱস্থাত বুনিয়াদী শিক্ষাই এক চমৎকাৰ সাফল্য অৰ্জ্জন কৰিবলৈ সমৰ্থ হয় যদিও কৰ্মীৰ অভাৱত পৰিয়েই শেষলৈ ইয়াৰ জ্যোতি ম্লান নোহোৱাকৈ নাথাকে।

## পাঠ্যক্ৰম নিৰ্দ্ধাৰণ ঃ—

এই পাঠ্যক্ৰমখনৰ কথা ঠিকঠাক একেদিনেই হৈ উঠা নাছিল। গান্ধীজীয়ে নতুন শিক্ষাৰ লক্ষ্য সম্পৰ্কে তেখেতৰ দ্বাৰা সম্পাদিত হোৱা পত্ৰিকা "হৰিজন"ত ১৯৩৭ চনৰ জুন আৰু জুলাই মাহত কিছু কথা লিখি প্ৰকাশ কৰিছিল। ৰাইজে পঢ়ি বুজি পালে যে গান্ধীজীৰ শিক্ষাবিষয়ৰ প্ৰাঞ্জলতা কম নহয়। একেটা চনৰে ২২ আৰু ২৩ অক্টোবৰত সেৱা গ্ৰামত অনুষ্ঠিত হোৱা শিক্ষাবিদৰ সন্মিলনত যি মূল ৪ টা প্ৰস্তাৱ গৃহীত হয় তাক ভিত্তি কৰিয়েই বুনিয়াদী বিদ্যা-লয়ৰ পাঠ্যক্ৰম ৰচিত হয়। ডাঃ জাকিৰ হোচেইন চাহেবৰ নেতৃত্বত পাঠ্যক্ৰমৰ খচৰা প্ৰস্তুত হৈ সামৰণিও পৰে। এই শিক্ষাৰ মূল ভাবধাৰা বাপুজীয়ে দিয়ে যদিও কাৰ্য্যক্ষম কৰি তোলাত জাকিৰ হোচেইন চাহেবে যি শ্ৰম কৰিলে সি নিশ্চয় যুগজয়ী হৈ ৰব। লৰালৰিকৈ যুগুত কৰিব লগা হোৱাত পাঠ্যক্ৰম প্ৰায় শেষ স্তৰত

উপনীত কৰিলে যদিও পুনৰ চকু দিবৰ কাৰণেও তেখেতে আগ্ৰহ প্ৰকাশ কৰি ১৯৩৮ চনত হৰিপুৰাত বহিব লগা জাতীয় কংগ্ৰেছৰ অধিবেশনত অনুমোদন লাভ কৰিবৰ কাৰণে বাপুৰ হাতত অৰ্পণ কৰে। সেয়ে এই পাঠ্যক্ৰমক জাকিৰ হোচেইন কমিটীৰ প্ৰতিবেদন বুলিও জনা যায়। পৰাধীনতাৰ কালত যুগুত কৰা হলেও বুনিয়াদী শিক্ষাৰ পাঠ্যক্ৰম পিচৰ সময় ছোৱাত আদৰণীয় হৈ আছে আৰু ভবিষ্যতলৈও ইয়াৰ আৱশ্যকতা থাকিব। বৰ্ত্তমান সময়ৰ পৰিপ্ৰেক্ষিতলৈ চাই প্ৰাথমিক শিক্ষাৰ কাৰণে বিকল্প অন্য এক পাঠ্যক্ৰম সৃষ্টি কৰাটো সম্ভৱপৰ নহয়। অৱশ্যে নাম আৰু শিক্ষাৰ বিভিন্ন স্তৰৰ ভিতৰত ৰজিতা খুৱাবৰ কাৰণে "বুনিয়াদী" শব্দটি বাদ পৰিলেও পদ্ধতি আৰু লক্ষ্য একেই থাকিব।

বুনিয়াদী বিদ্যালয়ৰ পাঠ্যক্ৰমত সন্নিবিষ্ট কৰা বিষয়কেইটা হ'ল—

১। উদ্যোগ
২। মাতৃভাষা
৩। গণিত
৪। সমাজবিদ্যা
৫। সাধাৰণ বিজ্ঞান
৬। চিত্ৰকলা
৭। নৃত্য-গীত
৮। হিন্দী

## উদ্যোগ শিক্ষা :

উদ্যোগক মূখ্য স্থান দি বুনিয়াদী শিক্ষাই সমাজত এক শান্তিপূৰ্ণ বিপ্লৱ আনিবৰ কাৰণে সংগ্ৰাম কৰিছে। ইয়াৰ অনুশীলন হ'লে ছিণ্ডি-যোৱা বান্ধ পুনৰ জোৰা লাগি সমাজ আৰু বিদ্যালয় ওচৰ চাপি আহিব। বুনিয়াদী বিত্যালয়ৰ বাবে গ্ৰহণযোগ্য কাম কাজ হ'ল—(ক) কৃষি (খ) সূতাকটা আৰু কাপোৰ বোৱা আৰু (গ) কাঠৰ কাম, চাম-

ৰাৰ কাম, ধাতুৰ কাম আদি। এই কাম বিলাক শিশুৰ ওপৰত আৰোপ কৰি তেওঁলোকক খেতিয়ক, কমাৰ, কুমাৰ নাইবা তাঁতী কৰিবলৈ চোৱা হোৱা নাই। শিশুক কামৰ জৰিয়তে লিখা-পঢ়া শিকাই দেশৰ প্ৰকৃত নাগৰিক কৰিবৰ বাবেহে চেষ্টা চলোৱা হৈছে। কাম আৰু বৌদ্ধিক শিক্ষাৰ মাজত সম্বন্ধ ৰক্ষা কৰিবৰ কাৰণে সমন্বয় পদ্ধতিহে (Correlated method) বাচি লোৱা হৈছে। প্ৰয়োজন হ'লে শিক্ষকে শিশুৰ প্ৰকৃতি জগত (Physical environment) আৰু সমাজক (Social environment) কেন্দ্ৰ কৰি পাঠ আৰম্ভ কৰিব পাৰে। তাৰোপৰি পাঠ ৰসাল কৰি তুলিবৰ কাৰণে শিক্ষকে ইচ্ছা কৰিলে যি কোনো শিক্ষাদানৰ পদ্ধতিকে অনুকৰণ কৰিব পাৰিব। বুনিয়াদীৰ ভিতৰত নপৰা নিয়মো আৱশ্যক হ'লে গ্ৰহণ কৰাটো অশুদ্ধ নহয় যদিহে সেই নিয়ম অনুকৰণ কৰাৰ পৰা সমাজ আৰু বিদ্যালয়ৰ উন্নতি সাধিত হয়গৈ। নেফাত আজি 'নেফা বুনিয়াদী' (N. F. E. A. Basic) গঢ়ি উঠাতো শুভ লক্ষণ। উদ্যোগ নিৰ্বাচন আৰু প্ৰয়োগৰ বেলিকা শিশুৰ বয়স, বুদ্ধি বৃত্তি, বাসস্থান আদিলৈ লক্ষ্য ৰাখি অগ্ৰসৰ হোৱা ভাল।

## মাতৃভাষা ঃ

শিশুৱে নিজ মাতৃ-ভাষাৰ মাধ্যমত শিক্ষা আহৰণ কৰিবলৈ সুবিধা পাব লাগিব। মাতৃদুগ্ধ আৰু মাতৃ-ভাষাই হ'ল প্ৰাণৰ মূল মহৌষধ। বিদেশী ভাষাৰ আধিপত্যত ভাৰতীয় ভাষাৰ মৃত প্ৰায় অৱস্থা হোৱা দেখি গান্ধীজীয়ে দুখ কৰিছিল। সেই বাবেই তেখেতে মাতৃ-ভাষাৰ চৰ্চ্চাৰ ওপৰত গুৰুত্ব দিছিল। বুনিয়াদী শিক্ষা সাং কৰি উঠাৰ পিচত ছাত্ৰই তলত দিয়া অৰ্হতা আৰ্জন কৰিব পাৰিব লাগিব। সেয়ে হ'ল—(ক) আনৰ লগত কথা বতৰা পাতোতে ক'তো খোকোজা নলগা, (খ) মাৰ্জ্জিত আৰু ৰুচিৰে কথা কোৱা, (গ) নিৰব পঠনৰ দ্বাৰা পঢ়াৰ বেগ বঢ়োৱা,

(ঘ) পাঠৰ বিষয় বস্তু বুজি পোৱা, (ঙ) সৰব পঠন কৰিবলৈ শিকা আৰু (চ) মনৰ ভাব লিখি প্ৰকাশ কৰা আৰু লগতে চিঠি-পত্ৰ লিখিবলৈ শিকা, জমা-খৰচ ৰখা, টকাৰ লেন-দেন কৰিব পৰা হোৱা আদি।

## গণিত ঃ

আমাৰ ছাত্ৰ সমাজে গণিতলৈ বৰ ভয় কৰে। অৱশ্যে গণিতৰ সহায় নহলে আমি চলিবকে নোৱাৰোঁ। ইমান দৰকাৰী এই গণিতৰ প্ৰতি ছাত্ৰৰ আগ্ৰহ বঢ়াবৰ কাৰণে বুনিয়াদী শিক্ষাত এক নতুন ব্যৱস্থা কৰা হৈছে। ল'ৰা-ছোৱালীয়ে সৰুতে কোনটো বিষয় টান, কোনটো বিষয় সহজ ধৰিব নোৱাৰে। ১ম আৰু ২য় বৰ্গত যেতিয়া নেওঁতা পঢ়ে তেতিয়া তেওঁলোকৰ মনলৈ ভয়ৰ ভাব সঞ্চাৰ নহয়। যিদিনাৰ পৰা অবাস্তৱ কৌশলৰ জৰিয়তে গণিতৰ অঙ্ক কৰিবলৈ দিয়া হয় সেই দিনাৰ পৰাই এই বিষয়ৰ প্ৰতি শংকা জাগি উঠে। ইয়াৰ ফলতেই অনেক সময়ত বুজি পোৱা সৰু-সুৰা সাধাৰণ চাৰি নিয়মৰ অঙ্ক কৰোতে ভুল কৰি পেলায়। অৱশ্যে শিক্ষাবিদ্ সকলে কব খোজে যে মনোযোগ আৰু প্ৰণালীৰ জ্ঞানৰ অবিহনে অঙ্কত পাৰদৰ্শী হোৱাটো সম্ভৱপৰ নহয়।

এই শিক্ষাত গণিত বিষয়টি পাৰ্য্যমানে বাস্তৱমুখী কৰি তোলা হৈছে। শিশুৰ চাৰিওফালৰ পৰিদৃশ্যমান জগতখনকে সৰ্ব প্ৰথমে গণিত শিক্ষাৰ প্ৰাৰম্ভিক দিশ বুলি লোৱা হৈছে। সংগ্ৰহ প্ৰকৃতিৰ শিশুৰ জেপত নানা তৰহৰ গুটি মাৰ্বল, মনোমোহা ছবি বিচাৰিলে পোৱা যায়। এই বিলাকৰ আলমতে শিশুৰ গণিত শিক্ষা আৰম্ভ হোৱা ভাল। দৈনন্দিন কামৰ শুদ্ধকৈ হিচাব ৰাখিবৰ কাৰণে যিখিনি জ্ঞানৰ দৰকাৰ হয় সিমানখিনি আহৰণ কৰিবলৈ শিকোৱাই হ'ল গণিত শিক্ষাৰ মূল উদ্দেশ্য।

## সমাজ বিদ্যা ঃ

সমাজ বিদ্যাৰ পাঠ্যক্ৰমত ইতিহাস, ভূগোল, পৌৰ বিজ্ঞান আৰু জাগতিক ঘটনা সম্বলিত তথ্য অন্তৰ্ভুক্ত কৰা হৈছে। বৰ্ত্তমান সময়ত ইতিহাস অধ্যয়নৰ উদ্দেশ্য আগৰ দৰে ঠাৱৰ কৰা হোৱা নাই। ৰজা-মহাৰজাৰ কথা, যুদ্ধৰ কথা মুখস্থ কৰাকে ইতিহাস পঢ়া বুলি ধৰা নহয়। যি সকল চিন্তাশীল লোকৰ প্ৰযত্নত সমাজত উচ্চ চিন্তা ধাৰাই গা-কৰি উঠিছে সেইসকলৰ অৱদান সমূহ ছাত্ৰই অধ্যয়ন কৰিব লাগিব। ইতিহাস আৰু ভূগোল পৃথককৈ শিকোৱাৰ যুক্তি নাই। বিজ্ঞানৰ বিস্ময়কৰ আৱিষ্কাৰে প্ৰকৃতিয়ে থিয় কৰোৱা ব্যৱধান, দূৰত্ব আৰু বিশালতাই হাৰ মানিব লগীয়া হৈছে। জাকিৰ হোচেইন কমিটীয়ে সমাজ বিদ্যাৰ পাঠ্যক্ৰমৰ জৰিয়তে তলত দিয়া বিষয়ত শিশুৰ বুৎপত্তি বৃদ্ধি কৰিবলৈ পৰামৰ্শ দাঙি ধৰিছে। সেই বিলাক লক্ষ্য হল ঃ—

১। মানৱ জাতিৰ ক্ৰম বিকাশ আৰু লগতে ভাৰতীয় সমাজৰ বিকাশ আৰু পৰিবৰ্দ্ধন কেনেকৈ সংঘটিত হৈছে তাৰ আভাস পোৱা।

২। বিদ্যাৰ্থীয়ে নিজ দেশৰ চাৰিসীমাৰ জ্ঞান পোৱাৰ উপৰিও সমাজৰ গঠন প্ৰণালী সম্পৰ্কে সম্যক ভাবে অৱগত হোৱা।

৩। স্বদেশৰ প্ৰতি শ্ৰদ্ধা আৰু অনুকম্পাৰ ভাব বৃদ্ধি কৰা আৰু অতীতৰ মনীষী সকলৰ জীৱনী অধ্যয়ন কৰি জ্ঞানৰ পৰিধি বৃদ্ধি কৰা।

৪। নাগৰিকৰ কৰ্ত্তব্য আৰু অধিকাৰ সম্পৰ্কে জ্ঞান আহৰণ কৰা।

৫। প্ৰত্যেকেই নিজকে অতি বিশ্বাসযোগ্য প্ৰতিবেশী হিচাবে আনৰ ওচৰত প্ৰতিপন্ন হোৱা।

৬। জগতৰ সকলো ধৰ্মৰ প্ৰতি শ্ৰদ্ধাবান হবলৈ শিকা আৰু কোনো ক্ষেত্ৰতে শিষ্টাচাৰৰ বাহিৰলৈ নোযোৱা।

## সাধাৰণ ৰিজ্ঞান ঃ

সাধাৰণ বিজ্ঞানৰ পুষ্ট জ্ঞান দিয়াই হ'ল ইয়াৰ ঘাই উদ্দেশ্য। অৱশ্যে শিশুৰ কাৰণে যিখিনি শিকিবলগীয়া সেইখিনিহে দিবৰ চেষ্টা কৰা হৈছে। তাৰ ভিতৰত ৰসায়ণ বিজ্ঞান, প্ৰকৃতি বিজ্ঞান, প্ৰানী বিজ্ঞান, উদ্ভিদ বিজ্ঞান, গাৰ্হস্থ্য বিজ্ঞান আৰু জ্যোতিষ্ক বিজ্ঞানৰ প্ৰাৰম্ভিক দিশ সমূহো শিকোৱাৰ দিহা কৰা হৈছে। ইয়াৰ দ্বাৰাই তলৰ উদ্দেশ্য কেইটি সম্পাদিত হব বুলি আশা ৰাখিছে পাঠ্যক্ৰম কমিটীয়ে।

১। শিশুৰ নৈসৰ্গিক চিন্তাৰ উন্নতি সাধন কৰা।

২। শিশুক সুক্ষ্মভাবে বস্তু নিৰীক্ষণ কৰিবলৈ শিকোৱা।

৩। শিশুক বিজ্ঞানৰ বিষ্ময়কৰ কাহিনীৰ বিষয়ে বুজোৱা।

৪। ৰিজ্ঞানৰ আবিষ্কাৰ আৰু ফলাফলে কেনেকৈ মানৱ সমাজৰ সমৃদ্ধ নাইবা ধ্বংস কৰিছে তাৰ বুজনি দিয়া।

৫। ছাত্ৰীৰ বাবে গাৰ্হস্থ্য বিজ্ঞানৰ আৱশ্যকতাৰ ব্যাখ্যা।

## চিত্ৰকলা ঃ

কলা সাধনাৰ কাৰণে চিত্ৰাঙ্কণৰ প্ৰয়োজনীয়তা নুই কৰিব নোৱাৰি। বুনিয়াদী বিদ্যালয়ৰ শিশুৱে অপৰিচিত বস্তুৰ আকাৰ অংকণ কৰাৰ পৰিৱৰ্ত্তে বিদ্যালয়ত যি বিলাক বস্তু সাধাৰণতে ব্যৱহাৰ কৰা হয় তাৰ চিত্ৰহে অংকণ কৰিবলৈ দিয়া হয়। সেই বিলাকৰ ভিতৰত সূতা কটাৰ সজুলি, বতৰুৱা খেতিৰ ফচল আদিৰ চিত্ৰ কেনেকৈ আঁকিব লাগে তাৰ কৌশল সিকোৱা হয়। এই বস্তু বিলাক অকোৱাঁৰ পৰা শিক্ষাৰ্থীৰ তলত দিয়া উপকাৰ সমূহ সাধন কৰিব পৰা হবগৈ বুলি পূৰ্বতে উল্লেখ কৰি অহা কমিটীয়ে মত পোষণ কৰিছে। তাৰ ভিতৰত (ক) শিশুৰ চাক্ষুস দৃষ্টিৰ জ্ঞান পৰিপক্ক কৰা, (খ) স্মৃতি শক্তিৰ বিকাশ সাধন কৰা (গ) শোভা বৰ্দ্ধনৰ বাবে কাল্পনিক চিত্ৰ অকাঁ, (ঘ) ৰঙৰ ব্যৱহাৰ কৰি অভিজ্ঞতা অৰ্জ্জন আৰু (ঙ) হস্তাক্ষৰৰ উন্নতি সাধনেই বিশেষকৈ মন কৰিবলগীয়া।

## নৃত্যগীত :

আগেয়ে উল্লেখ কৰি অহা বিষয় বিলাকৰ যেনেকৈ বিষয়বস্তু নিৰ্দ্ধাৰণ কৰি দিয়া হৈছে সেইদৰে নৃত্যগীতৰ কোনো ধৰাবন্ধা বিষয় নৃত্যগীতৰ ভিতৰুৱা কৰা হোৱা নাই। মানুহৰ মাতফেৰি যিমানে কোমল আৰু শুনিবলৈ সুৱদি কৰিব পাৰি সিমানেই সমাজৰ বান্ধোন কট্‌কটীয়া হয়। হুতা মাতে আনৰ খং তোলে আৰু ফলত বিস্তৰ অপকাৰ সাধনো হয়। বুনিয়াদী বিদ্যালয়ত নৃত্যগীত শিকাবৰ কাৰণে নৃত্য বিশাৰদ ব্যক্তি মকৰল কৰা হোৱা নাই। শিশুৱে বিদ্যালয়ত তাল, মান, ছন্দ আদিৰ পৰিষ্কাৰ জ্ঞান নাপাই যদিও সমবেত সঙ্গীত, প্ৰাৰ্থনা সঙ্গীত, ব্যায়াম সঙ্গীত, ধুন, আবৃত্তি আদিৰ বহুল অনুশীলন কৰি প্ৰত্যেকেই নিজৰ মাত মিঠা সুৰীয়া কৰিব পাৰিব বুলি বিশ্বাস।

## হিন্দী :

জাকিৰ হোচেইন কমিটীৰ প্ৰতিবেদনত ইংৰাজী ভাষাক বুনিয়াদী বিদ্যালয়ৰ চাৰিবেৰৰ পৰা যদিও আঁতৰ কৰা হ'ল তথাপিও পৰবৰ্ত্তী কালত ইংৰাজীক পুনৰ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত বিষয় কৰা হয়। গান্ধীজীয়ে হিন্দীক ভাৰতৰ বিভিন্ন ভাষাৰ মাজত সম্পৰ্ক ৰক্ষা কৰিবৰ কাৰণে সম্পৰ্কৰক্ষী ভাষা কৰিবলৈ চাইছিল। নিম্ন বুনিয়াদী শিক্ষা সাং কৰাৰ পিচতেই ৬ষ্ঠ বৰ্গৰ পৰা ৮ম বৰ্গলৈ এই ভাষা শিকোৱাৰ ব্যৱস্থা কৰা যায়। আমাৰ সংবিধানৰ ৩৫১ নম্বৰ অধ্যাদেশত হিন্দীক ভাষাৰ বাহন ( Lingha Franca ) কৰাৰ কথা উল্লেখ আছে। বৰ্ত্তমানৰ ত্ৰিভাষী সূত্ৰতো ( Three language formula ) হিন্দী শিকাৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছে।

**সমালোচকৰ দৃষ্টিত পাঠ্যক্ৰমখন ঃ**

বুনিয়াদী বিদ্যালয়ৰ পাঠ্যক্ৰমখন যদিও শিক্ষাৰ বিভিন্ন দিশৰপৰা শুদ্ধ বুলিয়েই প্ৰতিপন্ন কৰা হ'ল তথাপিও সমালোচকৰ চোকা মন্তব্যৰ পৰা হাত সাৰিব নোৱাৰিলে। অৱশ্যে বিভিন্ন সমালোচকে বিভিন্ন প্ৰকাৰে এই আঁচনিখনৰ বিৰুদ্ধে কোৱাকুই কৰিবলৈ ধৰিলে। একশ্ৰেণীৰ মতে বুনিয়াদী শিক্ষাত বিষয় বস্তুতকৈ ভাব-প্ৰৱণতাইহে বেচি গুৰুত্ব পাইছে। আন এছাম সমালোচকৰ মতে গান্ধীজীক প্ৰতিবাদ কৰিবলৈ কাৰো মনোবল নথকাৰ কাৰণেই এই আঁচনিখনে সকলো পৰীক্ষা অতিক্ৰম কৰে যদিও বাস্তৱক্ষেত্ৰত ক'তো সুফল দেখুৱাব পৰা নাই। অৱশ্যে সমালোচনা কৰিব লাগে বুলিয়েই নাইবা তৰ্কৰ খাটিৰতে যদি হকে বিহকে নিজ ইচ্ছামতে কোৱা-বখনা কৰা হয় তেন্তে অনেক মূল্যবান সম্পদো হেৰুৱাব লগীয়া হব পাৰে। এই শিক্ষাৰ যদি উপকাৰিতা নাছিলেই আৰু যদি মহাত্মাৰ আদেশৰ বহতীয়া হৈ যদি লোৱাই হৈছিল, কিয় পিচৰ বছৰসমূহত একাধিকবাৰ অনুষ্ঠিত হোৱা শিক্ষাৰ আয়োগ সমূহে এই শিক্ষা বেয়া বুলি কবলৈ মনস্থ নকৰিলে? আজিও আমাৰ দেশীয় ভাষা এটাক সৰ্বভাৰতীয় স্তৰলৈ উন্নীত কৰালৈ যিসকলে মাত মাতিছে সেইসকলক ভাল বুলি ক'মনে অবাৰিতভাবে ইংৰাজী ভাষাক ভাৰতৰ মাটিত অনন্তকাললৈ চলি থাকিবলৈ দিয়াসকলক ভাল বুলি কম? দৰকাৰ হলে ভাৱ-প্ৰৱণতাক সিংহাসনত বহুৱাই লৈ হলেও দেশৰ উপকাৰ সাধন কৰাটো শ্ৰেয় নিশ্চয় হব। গান্ধীজীয়ে যিহেতু কোনো কাম ভাবপ্ৰবণ হৈ কৰা নাছিল। সেই কাৰণেই এই শিক্ষাৰ আঁচনিখন দেশবাসীৰ হাতত অৰ্পণ কৰাৰ বেলিকা তেখেতে দৃঢ়ভাবে কৈছিল— "You should not accept anything out of your regard for me. I am near death's door and would not dream of thrusting anything down people's

throats. The scheme should be accepted after full and mature consideration so that it may not have to be given up after a little while.” এই শিক্ষাৰ পৰিকল্পনা বহু চিন্তা চৰ্চ্চাৰ অন্তত যুগুত কৰা হৈছিল আৰু ৰূপায়ণৰ বেলিকাও চিন্তা কৰিহে কামত অগ্ৰসৰ হোৱা হৈছিল । আজি বুনিয়াদী শিক্ষাই শিক্ষাৰ জগতত এক স্বকীয়া আসন অধিকাৰ কৰিব পাৰিছে । স্বৰ্গগত প্ৰধানমন্ত্ৰী নেহেৰুৱে নিজেই এই শিক্ষা বিস্তাৰৰ কাৰণে আবাদীৰ জাতীয় কংগ্ৰেছৰ অধিবেশনত প্ৰস্তাৱ আগবঢ়াইছিল ।

—x—

# শিক্ষাৰ মাধ্যম সম্পৰ্কে গান্ধীজীৰ অভিমত

ভাষাৰ সমস্যা এক জটিল সমস্যা। ইয়াৰ মীমাংসা কেতিয়া হব কোৱা টান। ভাৰতবৰ্ষৰ দৰে পুৰণি কৃষ্টি আৰু সভ্যতাৰে মহিমামণ্ডিত দেশ পৃথিবীত বৰ বিৰল। এবাৰ ইংলণ্ডৰ পৰা ভাৰত অভিমুখে আহিবলৈ ওলোৱা কেইগৰাকীমান ডেকা আই, চি, এচ. বিষয়াই বিদগ্ধ সংস্কৃত পণ্ডিত মেক্স মুলাৰক সাক্ষাৎ কৰি ভাৰতৰ পৰা তেওঁলোকে গ্ৰহণ কৰিব পৰা কিবা সমল আছেনে কি বুলি প্ৰশ্ন কৰিছিল। প্ৰবীণ পণ্ডিত গৰাকীয়ে যি খিনি সমিধান দিলে তাৰপৰাই বুজা যায় যে আমাৰ ভাষা-সংস্কৃতি কিমান চহকী। মেক্সমুলাৰে কৈছিল যে যি সময়ত ইউৰোপৰ মানুহে মাত্ৰ গছৰ খোৰোং এৰি গাওঁ পাতি বাস কৰিবলৈ আৰম্ভ কৰিছিল সেই সময়ত ভাৰতবৰ্ষত বেদৰ চৰ্চ্চা হৈছিল। অৱশ্যে কালৰ চকৰিয়ে ভাৰতৰ গৌৰব ম্লান কৰিলে আৰু ইউৰোপৰ অৱস্থা টনকিয়াল কৰিলে। তেখেতে ভাৰতৰ কাৰণে বিজ্ঞান আৰু কাৰিকৰী শিক্ষাৰ আৱশ্যকতা আটাইতকৈ অধিক বুলি কৈছিল ;

১৮৩৫ চনৰ মে' কলে চাহাব ভাৰতলৈ আহিয়েই ডাঙ্কোপ মাৰি কৈছিল যে ভাৰত আৰু আৰব দেশৰ সমুদায় কিতাপ লগ লগালেও ইংলণ্ডৰ বিখ্যাত গ্ৰন্থাগাৰৰ খলপ এটাকে পূৰ নহয়। গ্ৰীষ্ম প্ৰধান দেশৰ তাম বৰণীয়া ভাৰতবাসীক মে'কেল চাহাব সাজিবৰ কাৰণে এক অভিনব শিক্ষাৰ যোজনা যুগুত কৰে। মে'কলে ভাৰতৰ যিমানেই অহিত চিন্তা নকৰক কিয় আওপকীয়াকৈ তেওঁ এক উপকাৰো সাধিলে আৰু সেইফেৰা উপকাৰ ভাৰতবাসীৰ শিক্ষিত চামে নোপোৱাহলে কিজানি দেশভূমিক স্বাধীন কৰিবৰ কাৰণে সমল বিচাৰিয়েই নেপালেহেতেন।

ভাৰতবৰ্ষত ইংৰাজ শাসন প্ৰতিষ্ঠিত হোৱাৰ লগে লগেই ইংৰাজ ভাষাও উত্থাপিত হবলৈও সময় নালাগিল। কিয়নো শাসন যন্ত্ৰ চলাবৰ বাবে কম বানচ পোৱা চাকৰিয়াল সকলক প্ৰস্তুত কৰিবৰ কাৰণেই ইংৰাজী জনা লোকৰ আৱশ্যক হৈ পৰে। তাতে ভাৰতবৰ্ষৰ দৰে এখন বিচিত্ৰ দেশ, যিখন দেশত বাস কৰি আহিছে পৃথিবীৰ জন সংখ্যাৰ এক বুজন সমষ্টি, যত ১৮০টা মান ভাষাৰ প্ৰচলন হয় আৰু যত আতি কমেও ৫৪৪টা দোৱান আছে। আমাৰ সংবিধানে সেই সিদিনা ১৪ ভাষাক স্বীকৃতি দিছে। ইয়াৰ পৰাই প্ৰতীয়মান হয় গৈ যে ইমান বিলাক পাৰ্থক্য যিখন দেশত থাকিব পাৰে তাত কেনেকৈ ভাষাৰ ভাৰসাম্য ৰক্ষা হয়।

১৯৪৮-৪৯ চনত গঠিত হোৱা বিশ্ববিদ্যালয় আয়োগে ভাষাৰ অন্তৰায় কেনেকৈ দূৰ কৰিব পাৰি সেই বিষয়ে পৰামৰ্শ দাঙি ধৰিছে। আয়োগে মন্তব্য হিচাবে ইয়াকে দাঙি ধৰি ইংৰাজী ভাষাৰ প্ৰাধান্যতা সমকালিন সময় ছোৱাত অতি দৰকাৰী হলেও ইয়াক অনন্তকাললৈ শিক্ষাৰ মূলকেন্দ্ৰ হিচাবে গ্ৰহণ কৰাত অমান্তি হৈছে। পৃথিবীৰ এটা চহকী ভাষা হিচাবে ইংৰাজী অধ্যয়ন কৰাত আপত্তি নাথাকিলেও আৰু লগতে অন্য ৰাষ্ট্ৰৰ লগত সংযোগ ঘটাবৰ কাৰণে নাইবা বিজ্ঞানৰ দ্ৰুত আবিষ্কাৰ সমূহৰ লগত সম্বন্ধ ৰাখি চলিবৰ কাৰণে ইংৰাজ সকলো ছাত্ৰৰ কাৰণে বাধ্যতামূলক বিষয় হিচাবে লোৱাত অপকাৰ কিমান হৈছে

সেইটো ইংৰাজী বিষয়ৰ পৰীক্ষা সমূহৰ অকৃতকাৰ্য্য হোৱা ছাত্ৰ ছাত্ৰীৰ সংখ্যালৈ মনত কৰিলেই যথেষ্ট হব। ৰাধাকৃষ্ণন কমিচনৰ কথাৰে যুক্তিটো দাঙি ধৰিব খুজিছো "English, however, must continue to be studied......we must take into account our yugadharma" অৱশ্যে উক্ত কথা কেষাৰ উচ্চ স্তৰত অধ্যয়ন কৰা ছাত্ৰৰ ক্ষেত্ৰতহে খাটে।

দৈনন্দিন জীৱনত কাম কাজ চলাওঁতে ইংৰাজীৰ প্ৰচলন বৰ বেচি নহয়। বিচাৰালয় নাইবা কাৰ্য্যালয় সমূহত ইংৰাজীৰে লিখা কাৰ্য্য সম্পাদিত হৈ আহিছে যদিও ইংৰাজীৰে কথোপকথন প্ৰায় নহয়েই। সেই কাৰণেই ৰাধাকৃষ্ণন আয়োগে আন এঠাইত উল্লেখ কৰিছে এইদৰে "English cannot continue to occupy the place of state language as in the hast." ইংৰাজীয়ে কোনো ক্ষেত্ৰতে আমাৰ ৰাজ্যভাষা হব পৰা ক্ষমতা পাব নোৱাৰে।

## জাতীয় শিক্ষাৰ স্বৰূপ :

বুনিয়াদী শিক্ষাক জাতীয় শিক্ষা বুলি গণ্য কৰা হৈছে। জাতীয় শিক্ষাৰ স্বৰূপ বাখ্যা কৰিলে তলত দিয়া কথাকেইটা পৰিষ্কাৰ হিচাবে চকুৰ আগত ভাহি উঠে। সেয়ে হ'ল—

(ক) বাধ্যতামূলক প্ৰাথমিক শিক্ষা সংবিধানৰ ৪৫ নম্বৰ অধ্যাদেশত দেখুৱাৰ দৰে।

(খ) শিক্ষকৰ মৰ্য্যাদা, পাৰিতোষিক আদি সন্তোষজনক হোৱা।

(গ) ভাষা জ্ঞান চহকী হোৱা। ভাৰতৰ ছাত্ৰৰ কাৰণে তলত দিয়া ভাষা কেইটা অতীৱ দৰকাৰী। সেয়ে হ'ল আঞ্চলিক ভাষাৰ ওপৰত ব্যুৎপত্তি লাভ ত্ৰি-ভাষী সূত্ৰ আৰোপ, বাধ্যতামূলক ভাবে হিন্দী শিকা, প্ৰাচীন ভাষা সংস্কৃত অধ্যয়ন কৰা আৰু শেষতহে আন্তৰ্জাতিক ভাষা হিচাবে ইংৰাজী অধ্যয়ন কৰা।

ওপৰত দিয়া সংকেতৰ পৰাই এইটো বিষয় স্পষ্ট হৈ উঠিছে যে ইংৰাজীৰে আমাৰ মনত ভাব প্ৰকাশ কৰাৰ দিন প্ৰায় উকলিল। গান্ধীজীয়ে ইংৰাজী ভাষাই দকৈ শিপোৱাৰ পৰা কি কি অসুবিধা হৈছিল বিভিন্ন সময়ত ব্যক্ত কৰিছিল। তেখেতে কৈছিল ইংৰাজীক যিমানেই আমি আদৰিম সিমানেই আমি দুৰ্বল হ'ম। ১৯১৭ চনৰ ২০ অক্টোবৰ তাৰিখে গুজৰাটত অনুষ্ঠিত হোৱা ২য় বাৰ্ষিক গুজৰাটী ভাষা পৰিষদত সভাপতিৰ আসনৰপৰা গান্ধীজীয়ে যুক্তিদৰ্শাই দাঙি ধৰিছিল যে ইংৰাজী ভাষা কোনো কাৰণতে ৰাজ্যৰ কেন্দ্ৰভাষা হব নোৱাৰে। কোনো এখন দেশৰ যাই ভাষাটো ঠাৱৰ কৰিব লগীয়া হলে তলত দিয়া বিষয় সমূহ খচৰি মাৰি চাব লাগিব। গান্ধীজীয়ে জাতীয় ভাষাৰ বাখ্যা প্ৰসঙ্গত গুৰুত্ব সহকাৰে তলত দিয়া পঞ্চনীতি বিশ্লেষণ কৰি চাবলৈ কৈছিল সেয়ে—

১নং কাৰ্য্যালয় সমূহৰ কাৰণে সহজ হোৱা,

২নং অঞ্চলৰ লোকসকলৰ ধৰ্ম্ম, সমাজ আৰু ৰাজনীতিৰ সম্যক চৰ্চ্চাৰ বাহন হোৱা,

৩নং অধিক লোকে ব্যৱহাৰ কৰা,

৪নং জনগনে সহজতে বুজি পোৱা,

আৰু ৫নং অস্থায়ী ৰূপত থাপি-থুপি ৰখা ভাষা নোহোৱা।

উল্লিখিত পাচঁ দফীয়া ক্ৰমৰ কোনোটোৱে দেখোন ইংৰাজীৰ হকে ওকালতি কৰা নাই। সিদ্ধান্ত হিচাবে গান্ধীজীয়ে হিন্দুস্থানীৰ ওপৰত প্ৰাধান্যতা দিয়ে। দেৱনাগেৰী আৰু উৰ্দু দুয়োটা ভাষাৰ বৰ্ণ ব্যৱহাৰ কৰিবৰ অধিকাৰ থাকিব লাগিব। দৰাচলতে হিন্দী আৰু উৰ্দুৰ মাজত একো পাৰ্থক্য নাই—বৰ্ণৰ আকৃতিহে বেলেগ বেলেগ। ভাৰতবৰ্ষৰ প্ৰায় ২১ কোটি মানুহে হিন্দীৰে কথা কয়, লিখে আৰু উৎকৃষ্ট স্তৰৰ চিন্তাও কৰে। ইংৰাজীৰ পৰিবৰ্ত্তে হিন্দীক থাপিবলৈ গান্ধীজীয়ে প্ৰয়াস কৰিছিল।

গান্ধীজীয়ে ইংৰাজী ভাষাৰ প্ৰতি বিদ্বেষ ভাব পোষণ কৰিছিল বুলি ভাবিলে ভুল কৰা হব। তেখেতে কৈছিল যি সকল লোকে অনুবাদ কাম চলায়, যি সকলে ভাষাবিদ্‌ৰ কাম চলায় সেই সকলে ইংৰাজী শিকিবই লাগিব। অৱশ্যে বাৰে পাচি ভুল ইংৰাজী লিখা লোকৰ পৰা একো উপকাৰ নহয় বুলি গান্ধীজীয়ে সাহস কৰি কৈছিল। প্ৰসঙ্গক্ৰমে আন এঠাইত গান্ধীজীয়ে কৈছিল যে বিদেশী ভাষাক প্ৰাধান্য দি কোনো দেশে আগ বাঢ়িব পৰা নাই। জাপানৰ উন্নতিৰ মূলতে হ'ল জাপানী ভাষাৰ উন্নতি আৰু ৰাষ্ট্ৰভাষা হিচাবে পৰিগণিত হোৱা। দক্ষিণ আফ্ৰিকাৰ উন্নতিত বাধা পৰিছিল আৰু লগতে সমগ্ৰ কষ্ট সহিষ্ণু কৃষ্ণকায় জাতিটোও তল পৰি ৰৈছিল যেতিয়ালৈকে তাত হলেণ্ডৰ ডা'চ্ ভাষাই অগ্ৰাধিকাৰ লাভ কৰিছিল। জাতীয় চেতনা জাতীয় শিক্ষাৰে আজি তেওঁলোকে ফিৰাই আনিবলৈ সক্ষম হৈছে।

## ছাত্ৰ অশান্তি ঃ

শিক্ষাবিদ্ সকলে ছাত্ৰ অশান্তিৰ কাৰণ বিলাকৰ ভিতৰত ইংৰাজী মূল ভাষা হিচাবে গণ্য হোৱাটোও অন্যতম বুলি কব খোজে। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত আজি আঞ্চলিক ভাষা সমূহে ইংৰাজীৰ স্থান দখল কৰিছে যদিও অসম আৰু নগালেণ্ড এই বিষয়ত বাকীকৈয়ে পিচ পৰি আছে। ১৯৬২ চনত ডাঃ সম্পুৰ্ণানন্দৰ নেতৃত্বত গঠিত হোৱা আবেগিক আয়োগে (Emotional Integration Committee ) সৰ্ব ভাৰতীয় ভাষা হিচাবে হিন্দীক গ্ৰহণ কৰিবৰ কাৰণে পৰামৰ্শ দাঙি ধৰে।

দেশীয় ভাষাৰ সপক্ষে যিমানেই আমি মনীষী সকলৰ উক্তি দাঙি নধৰোঁ তথাপিও এইটো কথা একেবাৰে সত্য যে যিখন দেশত ইংৰাজীয়ে অতি কমেও ১৫০ বছৰ কাল ভোগ কৰিলে তাৰ পৰা ইংৰাজী ভাষাটো ইংৰাজ সকল যোৱাৰ লগে লগেই যোৱাৰ কথা নুঠিলেই আজিও উঠাব পৰা নাই। লোকসভাই এতিয়াও খাটাং

সিদ্ধান্তলৈ আহিব পৰা নাই। পণ্ডিত নেহেৰুৱে কোৱাৰ দৰেই হ'ল ক্ষয় যোৱা গুৰি দাতঁৰ দৰে, উঠাবও নোৱাৰি আৰু জোৰ জুলুম কৰি উঠালে তেজো ওলায় দেখাব। প্ৰাক্তন শিক্ষা মন্ত্ৰী স্বৰ্গীয় মৌলানা আবুল কালাম আজাদে ইংৰাজী ভাষা গ্ৰহণ কৰা নকৰাৰ যেতিয়া লোকসভাত বিতৰ্ক হৈছিল তেতিয়া একাষাৰ মানি চলিবলগীযা কথা কৈছিল। তেখেতে কৈছিল" You will create ehoos and canfasion in all your affairs, if you suddenly displace a language which is holding its own for the last 150 years. "সচাঁ কথা, যেতিয়ালৈকে বিভিন্ন আঞ্চলিক ভাষা আৰু কোনো এটা সংযোগী ভাষাই দেশৰ মাটিত পোন হৈ উঠি দেশৰ সমুজ্জল উন্নতিৰ সংকেত দিব নোৱাৰে তেতিযালৈকে ভাব প্ৰবণতাৰ আশ্ৰযলৈ ভাষাৰ বিবাদৰ ওৰ পেলোৱাও সম্ভৱ নহয।

গান্ধীজীয়ে এটা কথাত বৰ আক্ষেপ কৰিছিল। সেইটো হ'ল ভাৰতীয পিতৃ-মাতৃযে নিজৰ লৰা ছোৱালীক ইংৰাজীৰে কথা বতৰা পতাত। ভাৰতীয ছাত্ৰ-সমাজৰ কাৰণে অহিতকাৰী ইংৰাজী ভাষা যিমান সোনকালে পাৰি আঁতৰ কৰিবৰ কাৰণে গান্ধীজীয়ে যত্ন কৰিছিল। ইয়াৰ কাৰণেই বুনিয়াদী শিক্ষাৰ আয়োজন কৰে। উচ্চ শিক্ষাৰ সমাপ্তি ঘটাবৰ কাৰণে আৱশ্যক হলে খেলি-মেলিৰ গৰাহলৈ কিছু সময়ৰ কাৰণে শিক্ষাৰ্থীক আগবঢ়াই দিও যদি পৰা যায়— দেশীয় ভাষাক উপযুক্ত স্থানত থাপিবলৈ গান্ধীজীয়ে উপদেশ দিছিল। বিদেশী ভাষাৰ পোহাৰ মেলা মানে নিজ দেশৰ শিশুক বঞ্চিত কৰা বুজায়। ইংৰাজ, জাৰ্ম্মান, ৰুচ আদি ভাষা পঢ়ি অতাই ভাষাৰ জ্ঞান লাভ কৰাতকৈ সেই বিলাক দেশৰ উৎকৃষ্ট সাহিত্য সম্পদ অনুবাদৰ জৰিয়তেও আয়ত্ব কৰিব পাৰি। আৰু এইটোহে বুধিয়কৰ কাম হব।

—অন্ত—